# অমলপ্ৰভা দাস
## অভিনন্দন-মালা

সংগ্ৰাহক মণ্ডলী :

শকুন্তলা চৌধাৰী

হেম কাকতী

নৃপেন শৰ্মা




শৰণীয়া আশ্ৰম

কস্তুৰবা নগৰ, গুৱাহাটী-৭

*AMALPROVA DAS, ABHINANDAN MALA, written in Assamese, English, Bengali and Hindi Articles by different writers on the occasion of her 75th Birthday. Published by Sarania Ashram, Guwahati-781007.*

প্ৰকাশিকা— হেম কাকতী

প্ৰথম প্ৰকাশ— জুন, ১৯৮৭

বেটুপাত— চন্দন চুতীয়া

মূল্য— ২৫ টকা ( পকাবন্ধা )
২০ টকা ( কেঁচাবন্ধা )

মুদ্ৰণ : ময়ূৰ প্ৰকাশ
উলুবাৰী,
গুৱাহাটী-৭

# সূচীপত্র

## অসমীয়া বিভাগ

## বঙালী বিভাগ

## ইংৰাজী বিভাগ



## হিন্দী বিভাগ

## —: অমলপ্ৰভা বাইদেউ বিনয়মূৰ্ত্তি :—

—ৱিনোবা

[ ২৫/১২/৭৫ তাৰিখে পুৱা বেলা ১১ বজাত ব্ৰহ্মবিদ্যা মন্দিৰত (ৱাৰ্দ্ধা) বিৰাট জন সমাবেশত হোৱা ভূদান ৰজত-জয়ন্তী সন্মিলনত ৱিনোবাজীয়ে, তেখেতৰ এবছৰীয়া মৌন ব্ৰত ভঙ্গ কৰি দিয়া ভাষণৰ একাংশৰ উদ্ধৃতি তলত দিয়া হ'ল। উক্ত সন্মিলনৰ সভানেত্ৰীত্ব কৰে শ্ৰীঅমলপ্ৰভা দাস বাইদেৱে। ]

বাইদেউ বিনয়ৰ প্ৰতিমূৰ্ত্তি। তেওঁৰ আশীৰ্বাদত ভূদান যজ্ঞত সফল হ'ব। তেওঁৰ আশীৰ্বাদ বিচাৰক। অমলপ্ৰভা বাইদেৱে অসমৰ পৰা বহু ভাই ভনী লৈ আহিছে। অমলপ্ৰভা বাইদেউৰ বিষয়ে ব্যক্তিগত ভাৱে বহু কথা মই জানো। কাৰণ অসমত মই ডেৰ বছৰ কাল পদযাত্ৰা কৰিছিলোঁ। কিন্তু পণ্ডিত নেহৰুৱে তেওঁৰ বিষয়ে যিখিনি জানিছিল, সেইখিনি মোৰ মনত থকা মতে তেওঁৰ বাক্যতে মই আপোনা-লোকৰ আগত ক'ম। আপোনালোকে জানে যে, আজিকালি যিসকলে সেৱাকাৰ্য্য কৰে, সেই সকলক চৰকাৰে উপাধি প্ৰদান কৰে, যেনে ধৰি লওক পদ্মশ্ৰী, পদ্মভূষণ ইত্যাদি। বাইদেউকতো অসমৰ সৰু সৰু ল'ৰা ছোৱালীয়েও জানে। তেওঁৰ নিজৰ তন-মন-ধন দি, বহু বছৰ ধৰি দীন-দুখীয়াৰ সেৱা কৰি আহিছে। এই সেৱা কাৰ্য্যৰ মোল বুজি চৰকাৰে তেওঁক উপাধি প্ৰদান কৰে। পণ্ডিতজীয়ে কয় যে, অমলপ্ৰভা বাইদেৱে এই উপাধি গ্ৰহণ নকৰিলে। আৰু তেওঁ এইদৰে লিখিলে যে, "মোৰ দ্বাৰা যি সামান্য সেৱাকাৰ্য্য হ'ল, তাক মান্যতা দিয়া বাবে মই কৃতজ্ঞ। কিন্তু আপোনাৰ এই উপাধি গ্ৰহণ কৰিব নোৱাৰিম।

কিয়নো ইয়াৰ পৰা কেৱল মনলৈ অহংকাৰ হে আহিব। গতিকে অনুগ্ৰহ কৰি যেন মোক ইয়াৰ বাবে ক্ষমা কৰে।” পণ্ডিতজীয়ে মোক কোৱা এই কথাখিনি মোৰ মনত পৰা মতে আপোনালোকক কলোঁ। পণ্ডিতজীয়ে লগে-লগে এনে আন এটা ঘটনাৰ কথাও এইদৰে কয়—“সেইদৰে আন এগৰাকীকো এনে এটা উপাধি প্ৰদান কৰা হৈছিল। তেওঁ এইদৰে জনাই, তাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে—“আমাৰ কামৰ মূল্যায়ন কৰাৰ কোনো অধিকাৰ চৰকাৰৰ থাকিব নোৱাৰে। ই চৰকাৰৰ কামো নহয়। লোকতন্ত্ৰৰ ( ডেমক্ৰেচী ) পক্ষে কাৰোবাক সৰু পদৱী দিয়া, কাৰোবাক ডাঙৰ পদৱী দিয়াটো শোভাদায়ক নহয়। আৰু আমাৰ কামৰ মূল্যায়ন ভগৱানেহে কৰিব পাৰে। চৰকাৰৰ এই অধিকাৰ থাকিব নোৱাৰে। এই কাৰণে মই ইয়াক নিষেধ কৰোঁ আৰু এই পদ মই গ্ৰহণ কৰিব নোৱাৰোঁ।” পণ্ডিতজীয়ে ক'লে—“দুয়োগৰাকীয়েই পদৱী গ্ৰহণ নকৰিলে। কিন্তু এগৰাকীয়ে তিৰস্কাৰপূৰ্বক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰে আৰু আন গৰাকীয়ে নম্ৰতাপূৰ্বক অস্বীকাৰ কৰে।” আৰু তাৰ পিছত পণ্ডিতজীয়ে কলে, “অমলপ্ৰভা বাইদেউ বিনম্ৰমূৰ্ত্তি।” এইখিনি কথা তেওঁৰ আগতে কলোঁ, তেওঁৰ শুনি ভাল নালাগিব মই জানো। কিন্তু মোৰ বয়স আশী বছৰ হৈ গ'ল। আৰু কিমান দিন বাকী আছে নাজানো। এনে অৱস্থাত তেওঁৰ প্ৰতি থকা মোৰ মনৰ ভাৱনা, আপোনাসকলৰ আগত প্ৰকাশ কৰাটো মোৰ কৰ্ত্তব্য বুলিয়েই ভাবিলোঁ। মই আশাকৰোঁ যে, তেওঁৰ আশীৰ্বাদত ভূদানৰ কাম গোটেই ভাৰতত সফল হ'ব।

—+—

## –ঃ সংগ্ৰাহকৰ দুআষাৰ ঃ–

যোৱা ১৯৮৬ চনৰ ১২ নবেম্বৰত শ্ৰদ্ধেয়া শ্ৰীযুতা অমলপ্ৰভা বাইদেউৰ ৭৫ বছৰ পূৰ্ণ হয়। ইয়াকে উপলক্ষ্য কৰি বাইদেউৰ গুণগ্ৰাহী সকলে, তেখেতৰ এই পৱিত্ৰ জন্মদিৱস বাহুল্য ভাৱে পালন কৰাৰ লগতে, তেখেতৰ সংস্পৰ্শলৈ অহা ব্যক্তি সকলৰ পৰা প্ৰবন্ধ সংগ্ৰহ কৰি কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। ইয়াৰ বাবে সৰ্বভাৰতীয় স্তৰত এখন সমিতি গঠন কৰাৰ পৰামৰ্শও কোনো কোনোৱে দিছিল। কিন্তু আমি বিনয়ৰ প্ৰতীক বাইদেউৰ স্বভাৱ সুলভ মনোবৃত্তিৰ কথা জানিয়েই, এই জন্মদিৱস বাহুল্য ভাৱে পতাৰ সাহস নকৰিলোঁ। কিন্তু এনে বিষয়ত অভিৰুচি ৰখা বহুজন আৰু বিশেষকৈ আমাৰ উত্তৰ-পুৰুষৰ উঠি অহা যুৱক-যুৱতীসকল উপকৃত হ'ব বুলি ভাৱিয়েই সুধীবৃন্দৰ দ্বিতীয় পৰামৰ্শটি সাদৰেৰে গ্ৰহণ কৰা হ'ল।

যোৱা ১২ নবেম্বৰৰ সেই শুভ দিনতে পুথিখনি সমাজলৈ আগবঢ়োৱাৰ মানসেৰে এই কাম হাতত লোৱা হৈছিল; কিন্তু দুঃখৰ বিষয় যে, সি হৈ নুঠিল। যিহক পলমকৈ হ'লেও এই "অভিনন্দন-মালা" বাইজৰ হাতত সমৰ্পণ কৰিবলৈ পাই, আমি সন্তোষ পাইছোঁ।

এই প্ৰবন্ধ-মালাত লেখক-লেখিকা সকলে শ্ৰীযুতা বাইদেউক যিদৰে জানে, সেইদৰেই নিজৰ-নিজৰ মনোভাৱ ব্যক্ত কৰিছে। আমি ভাবো যে, অসমত গান্ধী-বিনোবাৰ নেতৃত্বত চলা আন্দোলন আৰু তাৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত হৈ থকা শ্ৰীযুতা বাইদেউৰ কৰ্ম-বহুল জীৱনৰ যি ইতিবৃত্ত প্ৰবন্ধাৱলীৰ মাজেৰে প্ৰকাশ পাইছে, সিয়েই আজিৰ উঠি অহা নতুন চামক আৰু ভৱিষ্যৎ বংশধৰ সকলোকো দেশ গঢ়াৰ কামত সদায় অনুপ্ৰেৰণা যোগাই থাকিব।

যিসকল লেখক-লেখিকাই তেখেত সকলৰ বহুমূলীয়া প্ৰবন্ধ পাতি প্ৰেৰণ কৰি এই মহান কাৰ্য্য সম্পন্ন হোৱাত অৰিহণা যোগালে, তেখেতসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

আমি দুঃখেৰে জনাওঁ যে, আমাৰ পুথিখনিৰ ছপা কাৰ্য্য শেষ হৈ অহাৰ পিছত পোৱা বাবে দুই-এটি প্ৰবন্ধ ইয়াত সন্নিবিষ্ট কৰিব পৰা নগ'ল। তাৰ বাবে যেন আমাক ক্ষমা কৰে। নমস্কাৰ।

শৰণীয়া আশ্ৰম,
গুৱাহাটী-৭
২৭/৫/৮৭

হেম কাকতী
শকুন্তলা চৌধাৰী
নৃপেন শৰ্মা

সংগ্ৰাহক মণ্ডলী

# অমলপ্ৰভা বহুজনৰ বহু প্ৰেৰণাৰ উৎস

—শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী

ৰাজনীতি ক্ষমতা ধৰ্মী। শাসনৰ ক্ষমতাৰ লগত ইয়াৰ একেৰাব নোৱাৰা সম্পৰ্ক। কেতিয়াবা জনসাধাৰণৰ স্বাৰ্থৰ বিৰোধী শক্তিয়ে ক্ষমতা হস্তগত কৰি অনৰ্থৰ সৃষ্টি কৰে। তেতিয়া তেওঁলোকক অপসাৰণৰ কাৰণে জনসাধাৰণৰ ফালৰ পৰা আন্দোলন আৰু সংঘৰ্ষ কৰিব লগা হয়। ক্ষমতাধৰ্মী ৰাজনীতি যেনেকৈ সমাজৰ মঙ্গলকাৰী হ'ব পাৰে; তেনেকৈ তাৰ অপপ্ৰয়োগো হ'ব পাৰে। ই দুয়োফালে ধাৰ থকা ক্ষুৰৰ দৰে। কিন্তু সি যি কি নহওক, মানুহৰ সমাজত, ক্ষমতা-ৰাজনীতিৰ প্ৰয়োজন যে অপৰিহাৰ্য্য, তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। কেৱল প্ৰশ্ন হৈছে এই যে, ক্ষমতাৰ ৰাজনীতিৰ লগত ব্যক্তিগত বা সমষ্টিগত স্বেচ্ছাচাৰিতা, হিংসা-প্ৰতিহিংসা, মিথ্যা আচৰণ, কপটতা আদি যিবিলাক দোষ প্ৰায় সকলো ক্ষেত্ৰতে আছে বা আছে বুলি সাধাৰণতে মানুহৰ ধাৰণা, সেইবিলাক দোষ কেনেকৈ নাইকীয়া কৰিব পাৰি?

মহাত্মা গান্ধীয়ে ভাৰতৰ স্বাধীনতা আন্দোলনৰ জৰিয়তে যুদ্ধ প্ৰণালীৰ আৰু ৰাজনৈতিক প্ৰক্ৰিয়াৰ এনেভাৱে পৰিবৰ্ত্তন কৰিবলৈ চেষ্টা কৰিছিল, যাৰ দ্বাৰা ওপৰত উল্লেখ কৰা প্ৰশ্নটোৰ নিৰাকৰণ হ'ব পাৰে। ক্ষমতাধৰ্মী ৰাজনীতিকো সেৱা-ধৰ্মলৈ ৰূপান্তৰ কৰাৰ নতুন এক বিশেষ প্ৰক্ৰিয়াৰ ধাৰা মহাত্মা গান্ধী আৰু তেওঁৰ পিছত আচাৰ্য্য বিনোবা ভাৱেই প্ৰবৰ্ত্তন কৰি গৈছে।

তেওঁলোকে ৰাজনৈতিক উদ্দেশ্য লৈয়েই বৃটিছ সাম্ৰাজ্যবাদী শাসনৰ শৃঙ্খল মোচন কৰি, ভাৰতৰ জনসাধাৰণক সাৰ্বভৌম ক্ষমতাত অধিষ্ঠিত কৰাৰ যুদ্ধত লিপ্ত হৈ থাকোতেই ৰাজনীতিক সেৱাধৰ্মী কৰি তুলিবলৈ পৰিকল্পনা কৰিছিল।

১৯২২' চনত চৌৰিচৌৰাৰ ঘটনাৰ কাৰণে মহাত্মাজীয়ে অসহযোগ আন্দোলন বন্ধ কৰি দিয়াৰ পিচত পণ্ডিত মতিলাল নেহৰু, দেশবন্ধু চিত্তৰঞ্জন দাস আৰু অসমৰ দেশভক্ত তৰুণ ৰাম ফুকন প্ৰমুখ্যে কংগ্ৰেছৰ কিছু বৰমূৰীয়া নেতাই যেতিয়া স্বৰাজ্য দল গঠন কৰি আইনসভাৰ ভিতৰৰ পৰা বৃটিছৰ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে স্বাধীনতাৰ যুদ্ধ চলাই যোৱাৰ কথা ভাৱিলে, সেই পদ্ধতি গান্ধীজীৰ মনঃপুত হোৱা নাছিল যদিও তেওঁ স্বৰাজ্য দলক তেওঁলোকৰ মতে কাম কৰিবলৈ এৰি দিছিল আৰু নিজে এমুঠি কৰ্মী লৈ গঠনমূলক কামত মনোনিৱেশ কৰিছিল। স্বাধীনতা যুদ্ধৰ সৈনিকক— ৰাজনৈতিক কৰ্মীক সেৱা-ধৰ্মী কৰি তোলাৰ এক অভিনৱ পন্থা অৱলম্বন কৰা হৈছিল।

এই প্ৰসঙ্গত, আন এটা দৃষ্টান্তও বিশেষকৈ মন কৰিব লগীয়া। বৃটিছ প্ৰধান মন্ত্ৰী ৰামজে মেক্‌দনাল্ডে যেতিয়া মুছলমানৰ উপৰিও হিন্দুৰো অৱনত সম্প্ৰদায়ৰ কাৰণে সুকীয়া নিৰ্বাচক মণ্ডলী ঘোষণা কৰিলে, তেতিয়া মহাত্মা গান্ধীয়ে ১৯৩২ চনৰ চেপ্তেম্বৰত আকৌ অনশন আৰম্ভ কৰিলে। তেওঁৰ সেই অনশনৰ ফলত পুণা-চুক্তি সম্ভৱ হ'ল। অৱনত সম্প্ৰদায়ৰ সুকীয়া নিৰ্বাচক মণ্ডলী ৰদ কৰাৰ কাৰণে অৱনত সম্প্ৰদায়ৰ নেতা ডাঃ আম্বেদকাৰো মান্তি হ'ল। বৃটিছ চৰকাৰেও মানি ল'লে। এটা ৰাজনৈতিক প্ৰশ্ন এনেকৈ অনশনেৰে সমাধান হ'ল।

তাৰ পিছত জেলত আকৌ গান্ধীজীৰ তিনি সপ্তাহৰ অনশন আৰম্ভ হ'ল। এইবাৰ জেলৰ পৰা খালাচ হৈ তেওঁ হৰিজন আন্দোলন আৰম্ভ কৰে। ১৯৩৩ চনৰ ৭ নবেম্বৰত তেওঁ হৰিজন আন্দোলন আৰম্ভ কৰি

ভাৰত ভ্ৰমণলৈ ওলায়। বাহিৰৰ পৰা চালে বৰ আচৰিত আৰু অসজত যেন লগা কথা যে, যি সময়ত স্বাধীনতাৰ আন্দোলন চলি আছিল আৰু তেওঁৰ নেতৃত্বতে স্বাধীনতা যুদ্ধৰ সৈনিক হিচাবে কাম কৰা বহুতো কৰ্মী জেলত আছিল, তেতিয়া তেওঁ অন্য এটা উপকৰা প্ৰশ্ন লৈ আন্দোলন আৰম্ভ কৰিলে !

এই কথাত বহুতে সেই সময়ত অস্বস্তি বোধ কৰিছিল। তেওঁলোকে ভাবিছিল যে, "হৰিজন আন্দোলন"ৰ দ্বাৰা স্বাধীনতাৰ মূল আন্দোলনৰ পৰা ফালৰি কাটি গৈ ৰাজনৈতিক হিচাবে গান্ধীজীয়ে ভুল সিদ্ধান্ত কৰিছে। কিন্তু আচলতে গান্ধীজীয়ে সমাজৰ আটাইতকৈ তলত পৰি থকা দুখীয়া-দুৰ্বল গোটৰ মানুহ খিনিৰ প্ৰশ্ন লৈ সুকীয়া আন্দোলন আৰম্ভ কৰি হিন্দু সমাজত আৰু ৰাষ্ট্ৰীয় ঐক্যৰ ক্ষেত্ৰত এটা বিশেষ গুৰুত্ব পূৰ্ণ পদক্ষেপ লৈছিল। দৰাচলতে, হৰিজন আন্দোলন আৰম্ভ কৰি দি, গান্ধীজীয়ে মূল ৰাজনৈতিক উদ্দেশ্য সাধনৰ উদ্দেশ্যে নতুন এক প্ৰক্ৰিয়া আৰম্ভ কৰিছিল। আজিও হৰিজন সমস্যা— সাম্প্ৰদায়িক সমস্যা সমাধান হ'ব পৰা নাই।

এই লৈ এতিয়াও ৰাষ্ট্ৰীয় ক্ষেত্ৰত সংকট সৃষ্টি হৈ আছে। স্বাধীনতাৰ আন্দোলনৰ মাজতে এই প্ৰশ্নৰ গুৰুত্ব বুজি গান্ধীজীয়ে তাৰ মীমাংসাৰ উদ্দেশ্যে সামাজিক আন্দোলন কৰিছিল। হৰিজনৰ সেৱাৰ মাধ্যমেৰে তেওঁ ভাৰতৰ এটা সৰ্বপ্ৰধান ৰাজনৈতিক প্ৰশ্ন মীমাংসা কৰাৰ কাৰণে কাম আৰম্ভ কৰিছিল। ৰাজনীতিক সেৱাধৰ্মী কৰি তোলাৰ ই এটা মহান দৃষ্টান্ত।

আচাৰ্য্য বিনোবা ভাৱেজীয়েও ভূমি নীতি সংস্কাৰৰ কাৰণে অধিক মাটি থকা মানুহৰ পৰা ভূমিদান লৈ মাটি নথকা খেতিয়কৰ মাজত মাটি বিতৰণৰ ব্যৱস্থা কৰি শ্ৰেণীগত সংঘাতৰ ৰাজনৈতিক প্ৰশ্ন এটা মীমাংসা কৰিবলৈ ভূদান-যজ্ঞ আৰম্ভ কৰিছিল।

এনেকৈ গান্ধী-বিনোবাই ৰাজনীতিত ক্ষমতা গৰ্বৰ দোষ নোহোৱা

কৰিবলৈ ৰাজনীতিক সেৱাধৰ্মী কৰি তুলিছিল। এইখিনিতে মনত ৰাখিবলগীয়া যে, ধৰ্মৰ অনুপ্ৰেৰণা লৈ জনসেৱা বা সামাজিক কল্যাণৰ কাম কৰাৰ লগত গান্ধী-বিনোবাৰ সেৱাধৰ্মৰ মূলগত পাৰ্থক্য আছে। এটা হৈছে ধৰ্মীয় উদ্দেশ্য লৈ কৰা সেৱাকাৰ্য্য আৰু আনটো হৈছে ৰাজনৈতিক কাৰ্য্যপদ্ধতি ৰূপায়ণ কৰোতেই সেৱা ধৰ্মৰ অনুপ্ৰেৰণা সৃষ্টি কৰা। ক্ষমতা ধৰ্মী ৰাজনীতিকো ক্ষমতাত অধিষ্ঠিত হোৱাৰ পিছত সেৱা ধৰ্মী কৰি তোলাৰ ই এটা প্ৰচেষ্টা।

ওপৰৰ কথাখিনি মই আলোচনা কৰিছোঁ, অমল প্ৰভাৰ জীৱনৰ মূল সূত্ৰডাল বিচাৰি উলিয়াবলৈ। মোৰ বিশ্বাস যে, অমলপ্ৰভাক বুজিবলৈ গান্ধী-বিনোবাৰ আদৰ্শৰ মূলতত্ত্ব বিচাৰ কৰা প্ৰয়োজন।

স্বাধীনতাৰ ৰাজনৈতিক আন্দোলনৰ মাজেদি গৈ অমলপ্ৰভা সেৱা ধৰ্মী ৰাজনীতিত দীক্ষিত হৈছিল। গান্ধী-বিনোবাৰ সেৱা ধৰ্মী ৰাজনীতিত যি মূল দাৰ্শনিক ভাৱ আছে, অমলপ্ৰভাৰ ব্যক্তিত্বত, জীৱনৰ কাম-কাজত, সি প্ৰতিফলিত হৈছে। অমলপ্ৰভাৰ জীৱনৰ কৃতকাৰ্য্যতা ইয়াতে যে, তেওঁ সেই ভাৱ ৰাশী নিজৰ তেজ-মঙহ, উশাহ-নিশাহ, চাল-চলন, কথা-বতৰাৰ লগত এনেকৈ মিলাই ল'ব পাৰিছে যে, সি তেওঁক জন-অৰণ্যৰ মাজতো এগৰাকী শুভ্ৰ নিৰ্মল সেৱা ব্ৰতী হিচাবে অনায়াসে চিনিব পৰা কৰি তুলিছে। মোৰ ধাৰণা যে, ই সম্ভৱ হৈছে এই কাৰণে যে, প্ৰকৃততে উচ্চ খাপৰ ৰাজনীতিয়ো, যি দাৰ্শনিক ভাৱে সেৱাকাৰ্য্য মহিমা মণ্ডিত কৰে, সীমাৰ ভিতৰত অসীমৰ সন্ধান দিয়ে, সৃষ্টিৰ মূলতত্ত্বৰ লগত যিহে সংযোগ স্থাপন কৰে, সেয়ে অমলপ্ৰভাৰ সেৱা ভাৱৰ প্ৰেৰণাৰ উৎস।

উপনিষদত ব্ৰহ্মক "ৰসো বৈ সঃ" বুলি কৈছে। ভাগৱতত বিশ্ব চৰাচৰৰ তাৰকাবৃন্দ, গ্ৰহ-নক্ষত্ৰ, জীৱ-জন্তু, গছ-গছনি সকলো "আনন্দ-সাগৰ"ত লীন হোৱাৰ কথা কৈছে। মহাপুৰুষ মাধৱদেৱে "ৰসময় ভক্তি"ৰ

কাৰণে প্ৰাৰ্থনা কৰিছে। এই দাৰ্শনিক ধাৰণা মতে, সৃষ্টিৰ মূলতেই কেন্দ্ৰত যেতিয়া আনন্দই একমাত্ৰ আধাৰ, তেতিয়া মানুহৰ সংসাৰত নিৰানন্দ বা দুখৰ কাৰণ থাকিব নোৱাৰে। সৃষ্টিৰ মূলত যি আনন্দ, সংসাৰত পৰস্পৰক ভাল পোৱাৰ মাজেৰে সি প্ৰকাশ পায়— ফলৱতী হয়। মাত্ৰ টৈৰেচাই, সেই কাৰণে মানুহৰ প্ৰতি মানুহৰ ভালপোৱাৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিছে।

মানুহৰ সংসাৰত যি দুখ আছে, অভাৱ অনাটন আছে, কিছু মোহগ্ৰস্ত লোকে তেওঁলোকৰ বুদ্ধি বা শৰীৰৰ শক্তিৰ অপপ্ৰয়োগ কৰিহে, সেই দুখকষ্ট, অভাৱ-অনাটন সৃষ্টি কৰিছে। সেই কাৰণে, তাকে দূৰ কৰাটো মানুহৰ সমাজৰ মানৱীয় কৰ্ত্তব্য। সত্যনিষ্ঠ লোকসকলে যুগে যুগে এই সত্য প্ৰতিষ্ঠা কৰিবলৈ জীৱন উৎসৰ্গ কৰি আহিছে। গান্ধীযুগত এই উদ্দেশ্য পূৰণৰ কাৰণে, এটা সুসংগঠিত কৰ্মীদল গঢ়ি উঠিছিল। ভাৱৰ ৰাজ্যত খেলা কৰিবলৈ নহয়, বাস্তৱ ক্ষেত্ৰত কাৰ্য্য-কৰী ব্যৱস্থা ল'বলৈ, তেওঁলোকে সংগঠন কৰিছিল। কিয়নো, তেওঁলোকে জানে যে, সংগঠিত শক্তিহে কামত লাগে। অমলপ্ৰভা এইসকলৰ ভিতৰত অন্যতম।

অমলপ্ৰভাৰ পিতৃদেৱ ডাঃ হৰিকৃষ্ণ দাসে চিভিল চাৰ্জন খাপলৈকে উঠি, সুখ্যাতিৰে কাম কৰিছিল। অমলপ্ৰভাৰ মাক শ্ৰীমতী হেমপ্ৰভা দাস আছিল এগৰাকী খ্যাতনামা শিক্ষয়িত্ৰী। ডাঃ দাসে অৱসৰ লোৱাৰ পিছত, দেশৰ স্বাধীনতাৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। তাৰ কাৰণে তেখেতৰ পেঞ্চনো বন্ধ কৰা হৈছিল। ডাঃ দাস আছিল এজন আদৰ্শনিষ্ঠ গান্ধীবাদী। সেই আদৰ্শত তেখেতে নানাভাৱে গঠনমূলক কামত অৰিহণা যোগাইছিল। অৱস্থাপন্ন হলেও দাস-পৰিয়ালে গান্ধীবাদী আদৰ্শ ৰক্ষা কৰি সহজ-সৰল জীৱন-যাপন কৰিছিল। অমলপ্ৰভাই সৰুৰে পৰা তেওঁৰ পিতৃ-মাতৃৰ আদৰ্শ-নিষ্ঠাৰ পৰা প্ৰেৰণা পাইছিল।

অমলপ্ৰভাই গঠনমূলক কামৰ সংগঠনৰ গুৰুত্ব যেনেকৈ উপলব্ধি

কৰিছিল, তেনেকৈ তেওঁ বুজিছিল যে, সেইবিষয়ে নেতৃত্ব দিয়াৰ আগতে, যি বিষয় কেইটা হাতত লোৱা যাব, সেই বিষয়ে যথাস্থানত নিজে প্ৰশিক্ষণ লোৱা প্ৰয়োজন। সেই কাৰণে ৰসায়ন বিদ্যাত এম,এচ,চি, পাচ কৰাৰ পিছত, তেওঁ ৱাৰ্ধাৰ মগনবাড়ীত গাৱলীয়া শিল্পৰ বিষয়ে আৰু তাৰ পিছত সেৱাগ্ৰামত বুনিয়াদী শিক্ষাৰ সম্পৰ্কে প্ৰশিক্ষণ লৈছিল গৈ।

১৯৪৫ চনত গান্ধীজীয়ে অমলপ্ৰভাক অসমত কস্তুৰবা গান্ধী মেমোৰিয়েল ট্ৰাষ্টৰ প্ৰতিনিধি হিচাবে মনোনীত কৰে। অমলপ্ৰভাই এই দায়িত্ব কিমান দক্ষতাৰে আৰু কিমান নিয়াৰিকৈ পালন কৰিছে, শৰণীয়া আশ্ৰমেই সদায় তাৰ সাক্ষী দি থাকিব। গুৱাহাটীৰ শৰণীয়া পাহাৰত অমলপ্ৰভাই তেওঁৰ শ্ৰদ্ধেয় দেউতাকে দিয়া মাটিতে শৰণীয়া আশ্ৰম প্ৰতিষ্ঠা কৰে। সেই আশ্ৰমতে দেউতাকে দি যোৱা ঘৰতে তেওঁ কস্তুৰবা গ্ৰামসেৱিকা বিদ্যালয় স্থাপন কৰে। গান্ধীজীয়ে নিজে এই বিদ্যালয় উদ্বোধন কৰি ছোৱালী প্ৰশিক্ষাৰ্থী সকলক উপদেশ দি কৈছিল "অমলপ্ৰভাই তোমালোকক বাট দেখুৱাব। তোমালোকে তেওঁৰ উপদেশ অনুসৰি হাজাৰ হাজাৰ গাঁৱৰ জনসাধাৰণৰ মাজত পোহৰ বিস্তাৰ কৰিব লাগিব।" অমলপ্ৰভাৰ ওপৰত গান্ধীজীৰ কেনে এটা বিশ্বাস আছিল, এই কথাষাৰেই তাৰ প্ৰমাণ দি থাকিব।

আজি অসমত শৰণীয়া আশ্ৰমৰ নাম সৰ্বজনবিদিত। সকলোৱে সম্ভ্ৰমৰে সৈতে শৰণীয়াৰ অৱদানৰ কথা কোৱা শুনা যায়। ইয়াৰ মূলতে অমলপ্ৰভাৰ সংগঠন শক্তি, কাৰ্য কুশলতা আৰু সেৱা ভাৱৰ অনুপ্ৰেৰণা সৃষ্টি কৰিব পৰা ক্ষমতা। তেখেতে নীৰৱে নিজৰ কাম কৰি যায়। সেৱিকা আৰু কৰ্মীসকলৰ কাৰণে সেই আৰ্হিয়েই আছিল বহুত বক্তৃতা, নিৰ্দেশ আদিতকৈ অধিক কাৰ্যকৰী। তেখেতে মৰমৰ বান্ধোনেৰে সকলোকে বান্ধি ৰাখে। সেই কাৰণে তেখেতক "বাইদেউ" বুলি কৰা সম্বোধন সকলোৰে কাৰণে প্ৰিয়।

শৰণীয়া আশ্ৰমত প্ৰশিক্ষণ লোৱা সেৱিকা সকলে সেৱাৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ অসমৰ বিভিন্ন ঠাইত প্ৰতিষ্ঠিত হোৱা কস্তুৰবা আশ্ৰমৰ দায়িত্ব বহন কৰি আহিছে। তেওঁলোকৰ আশাশুধীয়া চেষ্টাত বিভিন্ন ঠাইত একো একোটা আদৰ্শ স্থানীয় অনুষ্ঠান গঢ়ি উঠিছে। তাৰে, মোৰ ব্যক্তিগত অভিজ্ঞতা এটাৰ কথা ক'ব খোজোঁ।

১৯৫০ চনৰ ভূমিকম্পৰ পিছত, মই উত্তৰ লক্ষীমপুৰৰ বৰদলনিত এমাহমান কেম্প কৰি আছিলোঁ। সেই কামত যেতিয়াই য'লৈকে গৈছিলোঁ, তাতে কস্তুৰবা আশ্ৰমলৈ গৈ খা-খবৰ লোৱা মোৰ দস্তুৰ আছিল। বৰদলনিৰ ওচৰতে এখন কস্তুৰবা আশ্ৰম আছে বুলি জানি, মই এদিন তালৈ গলোঁ। তাত গৈ যি দেখিলো, জীৱনৰ কাৰণে মোৰ মনত সি এটা সাঁচ ৰাখি গৈছে। দেখিলোঁ গৈ, চাৰিওফালে হাবি জঙ্গলৰে ভৰা এটুকুৰা ঠাইত এজনী ছোৱালীয়ে অকলে এখন আশ্ৰমৰ ভাৰ লৈ, দাতি কাষৰৰ পিচ পৰা মানুহৰ মাজত একান্তভাৱে কাম কৰি আছে। মই যোৱাৰ সময়ত, চাৰিওফালে ভূমিকম্পৰ ধ্বংসস্তূপ। সোৱণশিৰিৰ বান্ধ, পানীৰ প্ৰবল সোঁতত বাগৰি আহি সৃষ্টি কৰা ভয়ঙ্কৰ দৃশ্য ; চাৰিওফালে বাট-পথ বন্ধ, বোকা-পানী, নিস্তব্ধতা— তাৰ মাজতে ছোৱালীজনীয়ে নিৰ্বিকাৰ ভাৱে নিজৰ কৰ্তব্য কৰি গৈছে। তেওঁৰ কথা শুনি আৰু দেখি ভাবিলোঁ— ইয়ো নো সম্ভৱনে! এই ছোৱালীজনীৰ নাম মোৰ এতিয়া মনত নাই। বুঢ়া হৈ নাম, তাৰিখ বিলাক পাহৰিছো। এনে কৰ্মী, সেইসময়ত শৰণীয়াই উলিয়াইছিল। অমলপ্ৰভাই সেই খনিকৰ। ইয়াতেই তেওঁৰ যুগমীয়া কৃতিত্ব।

১৯৮৬ চনৰ ১২ নৱেম্বৰ তাৰিখে অমলপ্ৰভাৰ ৭৫ বছৰ পূৰ হ'ব। এই উপলক্ষে, তেখেতৰ সহকৰ্মী আৰু গুণগ্ৰাহীসকলে, তেখেতৰ কাৰ্য্যাৱলী সম্বলিত কৰি এখনি গ্ৰন্থ প্ৰকাশ কৰিবলৈ মনস্থ কৰাটো উচিত কাম হৈছে।

অমলপ্ৰভাৰ কাৰণে ইয়াৰ কোনো প্ৰয়োজন নাই। তেওঁ নিজতে নিজে সন্তুষ্ট। প্ৰচাৰৰ মাধ্যমেৰে প্ৰচাৰ নহলেও সকলোৱে তেওঁক জানে। কিন্তু তেওঁ বহুজনৰ বহুদিনৰ প্ৰেৰণাৰ উৎস। সেয়েহে উঠি অহা পুৰুষে— অগণন ল'ৰা-ছোৱালীয়ে অমলপ্ৰভাৰ জীৱনৰ পৰা বহুত শিকিব লগা আছে। আশাকৰোঁ এই উদ্দেশ্য সিদ্ধি হ'ব।

গান্ধীবাদ ক্ৰান্তিকাৰী মতবাদ। ই সদায় গতিশীল। স্থিতিশীলতা ইয়াৰ প্ৰকৃতি বিৰুদ্ধ। গান্ধী-বিনোবাই অৱস্থাভেদে বহুত কথা নতুনকৈ চিন্তা কৰি, নতুন উপায় উদ্ভাৱন কৰিছিল। তেওঁলোকৰ বৈপ্লৱিক ভাৱ আৰু কাৰ্য পদ্ধতি অনুধাৱন কৰি, উঠি অহা পুৰুষে আজিৰ যুগৰ সমস্যা সমাধান কৰিবলৈ প্ৰয়োজনীয় উপায় উলিয়াব লাগিব। কামনা কৰো যে, অমলপ্ৰভাৰ কাৰ্যাৱলীৰ সঙ্কলনে তাৰ কাৰণে সমল যোগাব।

বহু বছৰৰ কঠোৰ পৰিশ্ৰমৰ কাৰণে অমলপ্ৰভাৰ শৰীৰ আজি কিছু ক্লান্ত; কিন্তু মন সেই আগৰ দৰেই সতেজ আৰু সক্ৰিয়। সমূহ ৰাইজৰ— আইসকলৰ শুভ ইচ্ছাত, তেখেতৰ স্বাস্থ্য ভালে থাকক ইয়াকে কামনা কৰিছোঁ।

অমলপ্ৰভালৈ, আজিৰ সুযোগত মই সুকীয়াকৈ মোৰ অন্তৰৰ শ্ৰদ্ধা জনাইছোঁ।

—0—

# অমলপ্ৰভা দাস— মোৰ দৃষ্টিত

—পুষ্পলতা দাস

শ্ৰীযুতা অমলপ্ৰভা বাইদেউক চকুৰে দেখিছিলোঁ ১৯২৭ চনত, কিন্তু মনেৰে দেখিছিলোঁ তাৰ বহু আগতে। সেই সময়ত অসমত ছোৱালীৰ উচ্চ শিক্ষাৰ কাৰণে তেনেকুৱা লেখত ল'বলগীয়া স্কুল নথকাত স্বৰ্গীয়া হেমপ্ৰভা দাসে (শ্ৰীযুতা অমলপ্ৰভা দাসৰ মাতৃয়ে) ডিব্ৰুগড়ত এখনি ছোৱালী হাইস্কুল প্ৰতিষ্ঠা কৰে। স্বৰ্গীয়া দাসৰ সেৱামুখী মনটোত প্ৰাণ আছিল, প্ৰেৰণা আছিল কাৰণেই তেখেতৰ মানস কন্যা, ডিব্ৰুগড় ছোৱালী হাইস্কুল খনিক এটি আদৰ্শ অনুষ্ঠানলৈ ৰূপান্তৰিত কৰিব পাৰিছিল— যি অনুষ্ঠানে কলিকতা বিশ্ববিদ্যালয়ত নিজৰ স্বাক্ষৰ ৰাখি থৈ যাব পাৰিলে। ১৯২৭ চনত এই গৌৰৱ শিখা বহন কৰি আনে, তেখেতৰে কনিষ্ঠা কন্যা শ্ৰীযুতা অমলপ্ৰভা দাসে। শ্ৰীযুতা অমলপ্ৰভা দাসক "অমলপ্ৰভা" নামটো দিছিল মাকে আৰু দেউতাকে নাম দিছিল "শুভদ্ৰা"— বাইদেউৰ জীৱনত এই দুয়োটা নামেই যেন সাৰ্থক হৈ ফুটি উঠিছে। মনে শুচি, ভাৱে শুচি জীৱনটোৱে যিটোক সত্য বুলি গ্ৰহণ কৰিছে, তাৰ বাবে আকুণ্ঠ চিত্তে সকলো ত্যাগ কৰিছে— জীৱন ব্ৰতত তেওঁ আজি শুচিব্ৰতা। স্বদেশী ব্ৰতত দীক্ষা লোৱা জীৱনে, পৰম প্ৰয়োজনীয় বস্তুটোকো বিদেশী হ'লে গ্ৰহণ কৰা নাই। 'সৰ্বোদয়' বা 'অন্ত্যোদয়' মন্ত্ৰত দীক্ষিত জীৱনে, গ্ৰামস্বৰাজ্য স্থাপনৰ কাৰণে নিজৰ ভূ-সম্পত্তি অকাতৰে দান কৰিছে। কৰ্মীসকলক আৰ্থিক অনাটনে যাতে কামত বাধা হৈ

পীড়িব নোৱাৰে, তাৰ বাবে নিজৰ সকলো সম্পত্তি ট্ৰাষ্টক দি, নিজে ব্ৰহ্মচাৰিণীৰ জীৱন যাপন কৰি, সেই সেৱাৰূপী শক্তিখিনি লৈ, সহায়ৰ হাত আগবঢ়াইছে। কল্পনাই ঢুকি নোপোৱা আদৰ্শ জীৱন এটা যাপন কৰি, আদৰ্শৰ মানদণ্ডক ভাৱসাম্য হেৰুৱাবলৈ দিয়া নাই। সেই কাৰণেই মুখত জিলিকে এটি বিমলআভা মলিনতা শূণ্য অমল আভা— অমল প্ৰভা।

গান্ধীজীৰ ভক্ত বিদেশী ভনী এগৰাকীয়ে (মিচ লিষ্টাৰে) এবাৰ কৈছিল "মই তেওঁৰ মুখত এটা স্বৰ্গীয় আভা (Devine lustre) দেখোঁ। জ্যোতিয়ে জ্যোতি চিনি পায়: সাধাৰণ চকুৱে এই জ্যোতি চিনিবলৈ বহু যুগ লয়। বাইদেউৰ পদক্ষেপ মৃদু, অথচ সময় বালিত খোজ থৈ যাব পৰাকৈ গভীৰ। আত্মবিশ্বাসৰ দৃঢ়তা আৰু নীতিৰ প্ৰতি নিষ্ঠা বাইদেউৰ ব্যক্তিত্বৰ এটি কমনীয় প্ৰকাশ। শিষ্টাচাৰৰ নিৰ্ম্মল ৰূপে বাইদেউক কৰিছে 'সুভদ্ৰা'।

এই পদযাত্ৰী বাইদেৱে এদিন শূন্যৰ বুকুৰ ৰহস্য বিচাৰি চাবলৈ, বিমান চালিকাও হ'বলৈ ওলাইছিল। সেই সময়ত আগৰ বাধা আঁতৰি যোৱাত মহিলাক বিমান চলোৱাৰ প্ৰশিক্ষণ দিয়া হৈছিল যদিও পিতৃদেৱৰ বাধাত ই ফলৱতী নহ'ল। অদৃষ্টই হয়তো নেদেখা আখৰেৰে লিখিছিল— মাটিৰ মানুহৰ সেৱাৰ কাৰণেই তোমাৰ জন্ম, মাটিৰ বুকুতে তোমাৰ তপস্যা হওক, মহা শূন্যতাই সেই সাধনাত পূৰ্ণতা লভক।

১৯২৭ চনত বাইদেউৰ যি ছবি, সেই ছবি আজিও মোৰ চকুত মচ নোখোৱা এখনি ছবি হৈ আছে। এটি কোমল শ্ৰী সনা ক্ষীণকায়া তনু, মুখৰ স্নিগ্ধ শ্ৰীত বুদ্ধিদীপ্ত চকুযুৰিত কিবা এটি যেন জ্যোতিসনা, বৰ পৱিত্ৰ আৰু মিঠা। মোৰ পিচে কথা পাতিবলৈ সাহ হোৱা নাছিল। ইমান চোকা ছোৱালীৰ লগত কিনো কথা পাতিম— এনে ভাৱ।

কটনকলেজৰ অধ্যক্ষই বাইদেউৰ নিচিনা মেধাৱী ছাত্ৰীকো, যি ছাত্ৰীয়ে কেবাটিও লেটাৰ সহ সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছে, তেওঁকো কটন কলেজত পঢ়িবলৈ দিব নোৱাৰাত, মনতে বৰ দুখ পাইছিলোঁ। কটন কলেজত তেতিয়া সহশিক্ষাৰ কথা বহুতে কল্পনাই কৰিব পৰা নাছিল। ডাঃ হৰিকৃষ্ণ দাসদেৱৰ উপৰিও ডাঃ ভুৱনেশ্বৰ বৰুৱা প্ৰমুখ্যে গুৱাহাটীৰ গণ্য-মান্য সকলোৱে কত চেষ্টা কৰিলে, একোতেই একো নহ'ল। সেয়ে বাইদেৱে কলিকতাৰ বেথুন কলেজত পঢ়িবলৈ কলিকতালৈ যাবলগীয়া হ'ল। ই যেন অভিশাপ নহৈ বৰ হে হ'ল। তেওঁ কলিকতাৰ অনুকূল পৰিৱেশত অনন্যা হিচাবে স্বীকৃতি পালে। তেওঁৰ লগৰ সহ পাঠিনী সকলে কৈছিল, তেওঁৰ নিচিনা মেধাৱী ছাত্ৰী হেনো কম দেখা যায়। তেওঁৰ লগত পঢ়াসকলে আজিও অসমৰ পৰা যোৱা কাৰোবাক লগ পালে, প্ৰথমে বাইদেউৰ কথাই সোধে আৰু তেওঁৰ চৰিত্ৰ আৰু মেধাৰ মধু সমন্বয়ৰ কথা কৈ গৌৰৱেৰে তেওঁক সোঁৱৰে। হৃদয় আৰু মগজুৰ এনে মধু সংযোজন হেনো বৰ বিৰল। তেওঁ সেই কলেজৰ পৰাই সুখ্যাতিৰে আই, এছ, চি, পাছ কৰে আৰু ডিগ্ৰীশিক্ষাৰ বাবে বাৰাণসীলৈ যায়গৈ, কিন্তু সেই সময়ত লোণ আইন অমান্যৰ বাতাবৰণত পৰিস্থিতি প্ৰতিকূল হোৱাত, কিছুদিনলৈ ঘৰলৈ গুচি আহি, আকৌ ১৯৩২ চনত কলিকতালৈ গৈ স্কটিছ চাৰ্চ কলেজত নাম লগায় আৰু ১৯৩৩ চনত ডিষ্টিংচন লৈ বি, এছ, চি পাছ কৰি কলিকতাত আকৌ এম, এছ, চি পঢ়িবলৈ লয়। এম,এছ,চি-ত তেওঁৰ বিষয় আছিল, এপ্লাইড কেমিষ্ট্ৰি বা ব্যৱহাৰিক ৰসায়ন বিদ্যা। এম,এছ,চি পাছ কৰাৰ পিছত তেওঁ কলিকতাৰ 'ট্ৰপিকেল স্কুল অব মেডিচিন'ত ছমাহৰ প্ৰশিক্ষণ লৈ গুৱাহাটীলৈ উভতি আহে আৰু নিজৰ ঘৰৰ সৰু ৰসায়নাগাৰতে গৱেষণাৰ কাম আৰম্ভ কৰে। কিন্তু বিধিৰ ইচ্ছা আছিল সুকীয়া— দেশৰ আহ্বানে তেওঁক ৰাইজৰ মাজলৈ টানি

আনিলে আৰু চুবাবো কাৰাবৰণ কৰিবলগীয়া হ'ল।

১৯৩৯ চনতে তেওঁ মাতৃদেৱীৰে সৈতে ৱাৰ্ধালৈ যায় আৰু গ্ৰামোদ্যোগৰ প্ৰশিক্ষণ লয়, মাতৃ দেৱীৰে সৈতে। তাৰ পিছতে সেৱাৰ নতুন জীৱন এটিয়ে পাত মেলিলে— সেই সময়ৰ কুঁহিপাত আজি পল্লৱিত বৃক্ষত পৰিণত হৈছে। তেওঁ বিজ্ঞানৰ এগৰাকী মেধাৱী ছাত্ৰী হৈও স্কুলীয়া অৱস্থাতে অসমীয়া ৰচনাত শ্ৰেষ্ঠস্থান অধিকাৰ কৰি আউনি আটি সত্ৰাধিকাৰে দিয়া সোণৰ পদক লাভ কৰিবলৈ সমৰ্থ হৈছিল।

সকলো গুণেৰে বিভূষিতা এই বাইদেউৰ নম্ৰ ৰূপ হ'ল বিনয়। বিনয়ৰ প্ৰতিমূৰ্ত্তি এই বাইদেৱে অন্যায় দেখিলে কেনেকৈ গৰজি উঠে, তাৰো দৃষ্টান্ত আছে।

যোৱা মহাসমৰৰ সময়ত গুৱাহাটী - শ্বিলং আলিয়েদি সৈন্য বাহিনীৰ দল এটাই পথ অতিক্ৰম কৰি থকা অৱস্থাত মাজৰ গাড়ী এখনৰ পৰা এজন গোৰা সৈন্যই এষাৰ অশ্লীল কথা উচ্চাৰণ কৰিলে। বাইদেউৰ অন্যায় বিৰোধী মনটোৱে গুজৰি উঠিল। সৌভাগ্য ক্ৰমে গাড়ী বিলাক ৰেলৱে ক্ৰচিঙত ৰৈ যোৱাত বাইদেৱে বেগাবেগিকৈ আগলৈ গৈ সৈন্যবাহিনীৰ মুখিয়াল গৰাকীক লগ ধৰি সৈনিক জনৰ ব্যৱহাৰৰ বিষয়ে কোৱাত কৰ্ণেল গৰাকীয়ে ক্ষমা-প্ৰাৰ্থনা কৰি তৎক্ষণাৎ ইয়াৰ ব্যৱস্থা ল'লে। সেই সময়ত শৰণীয়া আশ্ৰমৰ সেৱিকা শ্ৰীমতী হেম কাকতী বাইদেউৰ লগত আছিল। এই প্ৰামাণ্য ছবিখনৰ সাক্ষী আছিল তেঁৱেই।

সোণ চিনিবলৈ জহুৰি লাগে, মন চিনিবলৈ উদাৰ হৃদয় এখনৰ মহানুভৱতা লাগে। বস্তুতৰে চকুৰ আঁৰত লুকাই থকা হীৰা এটুকুৰাক আচাৰ্য্য বিনোবাজীয়ে তুলি ধৰি জগতক জনালে, "অমলপ্ৰভা বাইদেউক মই ব্যক্তিগত হিচাবে ভালদৰে জানো— কাৰণ মই ডেৰ বছৰ কাল অসমত ঘূৰিব লগীয়া হৈছিল ; কিন্তু পণ্ডিত নেহৰুৱে

তেওঁক যিদৰে জানিছিলো, সেই কথাখিনিহে মই পণ্ডিত নেহৰুৰ ভাষাৰেই আপোনালোকৰ আগত দাঙি ধৰিব খুজিছোঁ, যিমান দূৰ মোৰ মনত পৰে। আপোনালোকে জানে যে, আজি কালি চৰকাৰে কোনো মানুহে কিবা সেৱাৰ কাম কৰিলে উপাধি দানেৰে সন্মানিত কৰে, যেনে পদ্মশ্ৰী, পদ্মভূষণ ইত্যাদি। বাইদেউক তো অসমৰ ল'ৰা ছোৱালীৰ পৰা আৰম্ভ কৰি সকলোৱে চিনি পায়; যিজনে বহু বছৰ ধৰি সমগ্ৰ সত্বাৰে তন, মন, ধন দি নিঃস্ব জনক, দুঃখীজনক সেৱা কৰি আহিছে। এই সেৱাৰস খিনিক গৌৰৱেৰে স্বীকাৰ কৰি চৰকাৰে তেওঁকো উপাধি দানেৰে সন্মানিত কৰিবলৈ বিচাৰিছিল, কিন্তু পণ্ডিতজীয়ে কৈছিল যে, বাইদেৱে এই সন্মান ল'বলৈ ইচ্ছা নকৰিলে। সেই সন্মান অস্বীকাৰ কৰি বাইদেৱে লিখিছিল 'মই সামান্য ভাৱে যিকণ সেৱা আগবঢ়াইছোঁ, তাক স্বীকৃতি দিয়াৰ বাবে অন্তৰৰ কৃতজ্ঞতা জনালোঁ; মই এই উপাধি ল'বলৈ অপাৰগতা জনাব লগীয়া হ'ল; কাৰণ ই মোৰ মনলৈ অহমিকাৰ ভাব আনি দিব পাৰে বুলি শঙ্কা কৰি এই পদবী অস্বীকাৰ কৰিলোঁ।

মোক অনুগ্ৰহ কৰি আপুনি যেন মাৰ্জনা কৰে।" পণ্ডিতজীয়ে মোক যিখিনি কথা কৈছিল, সেইখিনিকে মই মোৰ স্মৰণ শক্তিৰ পৰা আপোনালোকৰ আগত দাঙি ধৰিলোঁ। ইয়াৰ লগতে পণ্ডিতজীয়ে আৰু এটি কাহিনী মোক শুনাইছিল। তেওঁ কৈছিল যে, এইদৰে আন এগৰাকীকো এনে পদবী যঁচা হৈছিল, যি গৰাকী আজি এই সংসাৰত নাই। তেওঁ এই পদবী অস্বীকাৰ কৰি কৈছিল "আমাৰ কামৰ মূল্যায়ন কৰাৰ অধিকাৰ চৰকাৰৰ নাই। এই কাম চৰকাৰৰ নহয়। লোকতন্ত্ৰত এজনক সৰু পদবী দিয়া আৰু এজনক ডাঙৰ পদবী দিয়া কথাষাৰ সুশুৱায়। এই প্ৰথা ভুল, তাৰোপৰি আমাৰ কামৰ মূল্যায়ন ভগৱানেহে কৰিব পাৰে, চৰকাৰে নোৱাৰে; চৰকাৰৰ সেই শক্তি নাই যেতিয়া তাক প্ৰয়োগ কৰাও উচিত নহয়। সেই

দেখি আপোনালোকে দিয়া পদবীক মই অস্বীকাৰ কৰি প্ৰত্যাখ্যান কৰিলোঁ।

পণ্ডিতজীয়ে কৈছিল প্ৰয়োজনেই পদবী গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে, কিন্তু এজনৰ সুৰত আছিল তিৰস্কাৰ আৰু আনজনৰ সুৰত আছিল নম্ৰতা। শেষত পণ্ডিতজীয়ে কৈছিল "অমলপ্ৰভা বিনয় মূৰ্ত্তি।" —এই কথাখিনি মই তেওঁৰ আগত কৈ থকাত তেওঁ যে শুনি ভালপোৱা নাই, মই বুজিছোঁ ; কিন্তু মোৰ বয়স এতিয়া আশী বছৰ হ'ল কিমান দিন থাকিম নাজানো। সেয়ে মোৰ মনৰ অনুভৱ খিনিক আপোনা-লোকৰ আগত দাঙি ধৰাটো মোৰ কৰ্ত্তব্য বুলি ধৰিলোঁ। মোৰ আশা তেওঁৰ আশীৰ্বাদত ভাৰতত ভূদানৰ কাম সফল হ'ব।"

বিনোবাজীয়ে এবছৰীয়া মৌনব্ৰত ভঙাৰ দিনা দিয়া এই ভাষণক, এই অনুভৱক শ্ৰোতাসকলৰ মনে অতি শ্ৰদ্ধাৰে স্বীকৃতি দিছিল।

এই নম্ৰতাৰ ছবিখনি, অসমৰ জনতাই তেওঁক শ্ৰদ্ধা আৰু মৰমৰ সিংহাসনত বহুওৱা এই ছবিখন— অসমলৈ আহোতে নিজ চকুৰে দেখি গৈছিল কাৰণেই বিনোবাজীয়ে যেন প্ৰকাৰান্তৰে কৈছিল— "মোৰ অবৰ্ত্ত-মানে গ্ৰামদানৰ দায়িত্ব তেওঁৱেই বহন কৰিব পাৰিব।"

শ্ৰদ্ধেয়া বাইদেউক যেতিয়া যমুনালাল বাজাজ ফাউণ্ডেচনৰ ট্ৰাষ্টী সকলে বিচাৰ কৰি এক লাখ টকাৰ এওৱাৰ্ড বা বটা ঘোষণা কৰিলে আৰু শ্ৰীৰামকৃষ্ণ বাজাজে তাৰ বাৰ্ত্তাত জনালে, "এই বটা দি আপোনাক্ ধন্য কৰা হোৱা নাই, ধন্য হৈছে ট্ৰাষ্টী সকল। —এই বটাক যেন পদ্মবিভূষণক কৰাৰ দৰে প্ৰত্যাখ্যান নকৰে। এই বটাৰ দ্বাৰা আপোনাৰ মনত অহমিকাৰ ভাৱ জগাব খোজা নাই, জগাব খুজিছোঁ, গঠনমূলক কৰ্মীসকলৰ বুকুত এটি সেৱাময় প্ৰেৰণাৰ ভাৱ।"

সেইদিনা মই ভাৱিছিলোঁ, আজি অসমৰ প্ৰায় সকলোৱে এই

স্বীকৃতিত অন্তৰেৰে গৌৰবান্বিত হোৱাৰ অনুভৱ কৰিছে, কিন্তু এজনে হয়তো কৰা নাই, তেওঁ অমলপ্ৰভা দাস বাইদেউ নিজেই।

'প্ৰকাশ' বোলা পত্ৰিকা খনিৰ সম্পাদক ডাঙৰীয়াৰ বিশেষ অনুৰোধত এই প্ৰবন্ধৰ লিখিকাই দুটিমান প্ৰশ্ন কৰিব লগা হৈছিল— তাৰ উত্তৰ বাইদেৱে কি দিব জানিছিলোঁ। যদিও প্ৰশ্ন কৰিব লাগে কাৰণে প্ৰশ্ন কৰিছিলোঁ, বাইদেউৰ এই বটা ঘোষণাৰ প্ৰতিক্ৰিয়া জানিবলৈ। বাইদেউৰ উত্তৰ আছিল স্পষ্ট। চৰকাৰৰ বটা আৰু এই বটাৰ মাজত পাৰ্থক্য কি বাইদেৱে বুজাই দিছিল। এই বটা তেওঁৰ নহয় কৰ্মী সকলৰহে, কাৰণ কৰ্মী সকলৰ সহযোগ নহলে তেওঁ অকলে একো কৰিব নোৱাৰিলেহেঁতেন। সেয়ে গঠনমূলক কামৰ কৰ্মীসকলক সহায় কৰিবলৈকে এই বটা অস্বীকাৰ নকৰিলে। এই উত্তৰৰ ভাষা মোৰ, অনুভৱ খিনি বাইদেউৰ। ভাৰতৰ পূব প্ৰান্তৰ একান্তে ডিব্ৰুগড় নগৰীৰ বুকুত যিদিনা এটি জীৱন পোহৰৰ সন্ধান বিচাৰি চকু মেলিছিল, সেই জীৱনৰ জীৱন দাতৃয়ে আশীৰ্বাদ সনা যি নামেৰে এই নতুন জীৱনটিক অভিষেক কৰিছিল, সেই নামে; সেই মুহূৰ্ত্ততো আছিল 'অমলপ্ৰভা'। বহুতে কয়, নামে হেনো নামৰ গৰাকীক কেতিয়াবা উপহাস কৰি আনন্দ পায়। এই উক্তিক অমলপ্ৰভা বাইদেউৰ নামে অসত্য বুলি প্ৰতিপন্ন কৰিলে। সকলো মলিনতাৰ পৰা শুদ্ধ অম্লান জ্যোতিৰে উদ্ভাসিতা সেই নাম 'অমলপ্ৰভা'।

বাইদেউৰ জীৱন-ইতিহাস অসমত গঠনমূলক কামৰ এখনি জীয়া ইতিহাস— গান্ধীজী, বিনোবাজীৰ সপোনক ৰূপ দিয়াৰ পবিত্ৰ প্ৰচেষ্টা— শুভ সংকল্প। এই সংকল্পক জীৱন ব্ৰত হিচাবে লোৱা, তেওঁৰ ভূমিকা অনন্য।

১৯৪৩ চনলৈকে বাইদেৱে গঠনমূলক কামৰ লগতে স্বাধীনতাৰ যুঁজৰ

লগতো লাগোৰ খাই থাকি, ১৯৪৪ চনৰ পৰা একান্ত ভাৱে গঠনমূলক কামতে নিজক নিয়োগ কৰি দেশৰ নৈতিক, অৰ্থনৈতিক ভেটি গঢ়াৰ পৰিকল্পনা লয়। গান্ধীজীয়ে তেওঁৰ গঠনমূলক দৃষ্টিভঙ্গীৰে এই পৰিকল্পনাক সতেজ ৰূপ দিয়ে— যি উপদেশ বাইদেউৰ জীৱনত ধ্ৰুৱতৰা হৈ আজিও পথ নিৰ্দেশনা দি আছে। কিন্তু গান্ধীজীয়ে নিজে শৰণীয়াত কস্তুৰবা গ্ৰামসেৱিকা বিদ্যালয়ৰ শুভ উদ্বোধন কৰোতে কৈছিল— "তোমালোকক অমলপ্ৰভা দাসে মাৰ্গদৰ্শন কৰিব, তোমা-লোকে ইয়াৰ পৰা বন্তি জ্বলাই লৈ গাঁৱে গাঁৱে সহস্ৰ বন্তি জ্বলাব লাগিব।" সৎ পুৰুষৰ আশীৰ্বাদ ব্যৰ্থ নহয়। আজি অসমত গঠন মূলক কৰ্মী বুলিলে সকলোৱে মৰম সনা শ্ৰদ্ধাৰে কস্তুৰবা কেন্দ্ৰৰ নীৰৱ সেৱিকা সকললৈ চায়। যি কোনো সঙ্কটৰ সময়ত তেওঁবিলাকৰ সহায় বিচাৰে জনতাই আৰু জনতাৰ প্ৰতিনিধি সকলেও। সেয়ে ১৯৫০ চনত অসমত হোৱা প্ৰলয়ঙ্কৰী ভূমিকম্পৰ আৰু তাৰ ফলত উদ্ভৱ হোৱা বানপানীৰ সময়ত কস্তুৰবা ট্ৰাষ্ট আৰু অসম সেৱা সমিতিৰ যি ভূমিকা, তাক অকল ভাৰতৰে কৰ্মীসকলে নহয়, বিশ্বৰ যিসকল গঠনমূলক সেৱাত বিশ্বাস কৰা কৰ্মী অসমলৈ আহিছিল, তেওঁলোকেও মুক্ত কণ্ঠে স্বীকৃতি দি গৈছে।

শ্ৰীযুতা অমলপ্ৰভা দাস আৰু বি,কে, ভাণ্ডাৰীৰ নেতৃত্বত কস্তুৰবা ট্ৰাষ্ট আৰু অসম সেৱা সমিতিৰ কৰ্মীসকলে বানপানীৰ বুকুত নিজৰ জীৱন উচৰ্গা কৰি কামত লাগি গৈছিল; সোৱণশিৰিৰ সোণে গচকা বুকুত প্ৰয়োজন হলে সেৱাৰ সোণালী শিখাত জীৱনটো আহুতি দিয়াৰ মধু প্ৰতিজ্ঞাৰে। সেয়ে সেই সময়ৰ চৰকাৰে কৰ্মীসকলে নিজৰ পৰা নিবিচৰা সত্বেও উদাৰ ভাৱে সহায় আগবঢ়াই তেওঁলোকে কৰিবলগীয়া কামখিনি এই সেৱাৰূপী শক্তিখিনিৰ হতুৱাই কৰাইছিল—

যি কেন্দ্রসমূহে আজিও নানা আশ্রম ৰূপে বাইজক সেৱাৰ অবিহণা আগবঢ়াই আছে। উত্তৰ লক্ষীমপুৰ অঞ্চলৰ আনন্দ বাগানৰ এনে এটি সেৱা কেন্দ্ৰই আজি ৱিনোবাজীৰ আশীষ নিৰ্মালি শিৰত লৈ মৈত্ৰী আশ্ৰমৰ ৰূপ লৈছে। তেওঁৰ (ৱিনোবাজীৰ) সপোন আছিল পূৰ্বভাৰতীয় সীমান্তত থকা এই কেন্দ্ৰটিয়ে বিশ্বত মৈত্ৰীৰ ভাৱনা স্থাপন কৰক। তেওঁ সদায়েই কৈছিল— পূব প্ৰান্তত সূৰ্যৰ উদয় হয়— এই পূব প্ৰান্তই বিশ্বৰ বুকুলৈ শান্তিৰ বাৰ্ত্তা কঢ়িয়াই আনক মৈত্ৰীৰ দৃষ্টিৰে।

১৯৬৪-৬৫ চনত নিৰ্বাসিত নগানেতা ফিজোৰ অনুৰোধ ক্ৰমে নগালেণ্ডত ধ্বংসমূলক কামৰ সমাপ্তি বিচাৰি যি শান্তি কমিটি গঠন কৰে, তাৰ সদস্য হিচাবে জয় প্ৰকাশ নাৰায়ণ, বিমলা প্ৰসাদ চলিহা, ৰেভাৰেণ্ড মাইকেল স্কটৰ উপৰিও সহযোগী হিচাবে শ্ৰীযুতা বাইদেউকো সেই শান্তি কমিটিত লোৱা হৈছিল। কাৰণ বাইদেউ নিজে আছিল শান্তিৰ এটি মূৰ্ত্ত প্ৰতীক। বাইদেউৰ বক্তৃতা সদায়েই চমু আৰু পোণ, নিজৰেই দৰে নিৰাভৰণা অথচ সৰল আৰু সুন্দৰ। সেয়ে ৱিনোবাজীয়ে এবাৰ হেনো কৈছিল "অমলপ্ৰভা ঋজু, সৰল; কোনো বক্ৰতা নাই, ঠিক যেন এডাল সৰলৰেখা।" বাইদেউৰ ব্যক্তিত্বত শিশুৰ সৰলতা আছে কাৰণেই বাইদেৱে চুম্বকৰ দৰে সকলোকে আকৰ্ষণ কৰিব পাৰে। বাইদেৱে অতি মিতব্যয়িতাৰে শব্দ প্ৰয়োগ কৰে, অযথা শব্দ ক্ষয় নকৰি বক্তব্য শেষ হোৱাৰ লগে লগে মৌন হৈ যায়।

১৯৭৩ চনত পূজ্য ৱিনোবাজীয়ে ভাৰতৰ স্ত্ৰী-শক্তিক মোহনিদ্ৰাৰ পৰা জগোৱাৰ মানসেৰে পৌনাৰৰ পৰমধাম আশ্ৰমত এখনি মহিলা সম্মিলনৰ আয়োজন কৰে। সেই সম্মিলনত তেখেতে শ্ৰীযুতা অমলপ্ৰভা বাইদেউক অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী হ'বলৈ অনুৰোধ জনায়। কাৰণ ৱিনোবাজীয়ে অসমলৈ আহোতে গান্ধীজীৰ দৰে অসমৰ মহিলাৰ

স্বাৱলম্বী ৰূপটো দেখি, —সংস্কাৰ মুক্ত উদাৰ মনটো দেখি, —সমাজ জীৱনক নিয়ন্ত্ৰণ কৰা শক্তি দেখি অভিভূত হৈ পৰিছিল।

১৯৭৯-৮০ চনত পৌনাৰত যেতিয়া বিশ্ব মহিলা সম্মিলন অনুষ্ঠিত হয়, জুয়ে পোৰা সোণ যেন ব্যক্তিত্বৰ অধিকাৰিণী বাইদেউকে ৱিনোবাজীয়ে অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী হ'বলৈ আকৌ অনুৰোধ জনায়। এই সভাৰ আদৰণি ভাষণ বাইদেৱে পাঠ কৰে এটি কবিতাৰে —যি বিশ্ব কবিৰ মুগ্ধ ভক্ত আছিল ডাঃ হৰিকৃষ্ণ দাস আৰু তেওঁৰে দুটি কন্যা, তিলোত্তমা আৰু অমলপ্ৰভা।

বাইদেৱে প্ৰাৰ্থনা সনা কণ্ঠেৰে উচ্চাৰণ কৰিলে—

"মোৰে ডাকি লয়ে যাও মুক্ত দ্বাৰে
তোমাৰ বিশ্বেৰ সভাতে
আজি এ মঙ্গল প্ৰভাতে"

তেতিয়া পৌনাৰত প্ৰভাতী কিৰণে হাঁহি আছিল। অভিভাষণৰ মাজত কবিৰ ভাৰত তীৰ্থ কবিতাৰে ভাৰতৰ সাংস্কৃতিক সৌন্দৰ্য্যৰ মহিমাময়ী ৰূপটো বৰ্ণনা কৰি গালে—

"হে মোৰ চিত্ত পুণ্য তীৰ্থে জাগোৰে ধীৰে,
এই ভাৰতেৰ মহামানবেৰ সাগৰ তীৰে"

আৰু শেষ কৰিলে ভাৰতৰ মনীষাই জন্ম দিয়া ঋষিকণ্ঠৰ এটি শ্লোকেৰে—

"মিত্ৰস্য মা চক্ষুষা সৰ্বানি ভূতানি সমীক্ষন্তাম্।
মিত্ৰস্য অহং চক্ষুষা সৰ্বানি ভূতানি সমীক্ষে"।

—"মোৰ পিনে সমগ্ৰ প্ৰাণীয়ে মিত্ৰ দৃষ্টিৰে চাওক। ময়ো যেন সকলো প্ৰাণীৰে প্ৰতি মিত্ৰ দৃষ্টিৰে চাব পাৰোঁ।"

সেই পৰম ক্ষণত বাইদেউৰ জীৱন দৰ্শনটোক সম্বোধন কৰি

মোৰো কবিৰ সুৰত গাবলৈ মন গৈছিল—

"তোমাৰ পতাকা যাৰে দাও তাৰে বহিবাৰে দাও শকতি,
তোমাৰ সেবাৰ মহান্ দুঃখ সহিবাৰে দাও ভকতি"।

মোৰ দৃষ্টিত বাইদেউৰ সেই প্ৰশান্ত ৰূপটোৱেই অমলপ্ৰভাৰ অমল দীপ্তি সনা আনন্দ ৰূপ।

অনুজা সকলৰ মৰমৰ সম্ভাষণ 'সৰুমণি বাইদেউ' এটি আপুৰুগীয়া মণি, মণি কেতিয়াবা সৰু হলেও কৌস্তুভৰ উজ্জ্বলতাৰে জিলিকি থাকে— পৰম অণুৱে অতি সৰু হৈও পৃথিৱী কপায়— পৰমাণুযুগক প্ৰত্যাহ্বান জনাব পাৰে— এনে একোটি শান্তিৰ সৰু অণুৱে।

— 0 —

# মহীয়সী অমলপ্ৰভা দাস

—শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱা

স্বনাম ধন্যা দেশসেৱিকা শ্ৰীমতী অমলপ্ৰভা দাসৰ ৭৫তম জন্ম বাৰ্ষিকী উপলক্ষে তেওঁৰ সহকৰ্মী সকলে যুগুত কৰা স্মৃতি গ্ৰন্থৰ কাৰণে অলপ লিখিবৰ আহ্বান পাই, তেওঁৰ বিষয়ে কি লিখিম ভাৱিব লগা হৈছে। কাৰণ তেওঁৰ সাৰ্থক জীৱনৰ বহুবিলাক কথা মনলৈ আহে। সেই বিলাকৰ ভিতৰত কোনটোত জোৰ দিম ?

স্বাধীনতা আন্দোলনতে তেওঁ প্ৰকৃত কৰ্মজীৱনৰ পাতনি মেলে। এই আন্দোলনৰ শেষৰ দহ বছৰ মান কংগ্ৰেছৰ সহকৰ্মী স্বৰূপে একেলগে কাম কৰিছিলোঁ। তেওঁ কংগ্ৰেছৰ কাৰ্য্যাৱলীত ঘনিষ্ঠভাৱে জড়িত আছিল আৰু বিশিষ্ট ভূমিকা অৱলম্বন কৰিছিল— সৰহখিনি প্ৰত্যক্ষভাৱে আৰু পিচত কংগ্ৰেছ অনুষ্ঠান চৰকাৰে বে-আইনী ঘোষণা কৰাত আৰু নেতৃবৃন্দক কাৰাৰুদ্ধ কৰাত, পৰোক্ষ বা গোপন ভাৱেও। তেওঁ নিজেও কাৰাবৰণ কৰিছিল। তেওঁলোকৰ পাণবজাৰৰ ঘৰ খনত ভালে কেইজন ৰাষ্ট্ৰীয় নেতা-নেত্ৰীৰ সমাগম হৈছিল আৰু তেওঁৰ স্বদেশহিতৈশী দেউতাক ৺ডাঃ হৰিকৃষ্ণ দাসদেৱ আৰু সুযোগ্যা মাক ৺হেমপ্ৰভা দাসে পৰম আগ্ৰহেৰে অতিথি সৎকাৰ কৰিছিল।

শ্ৰীমতী অমলপ্ৰভাৰ অৱশ্যে কংগ্ৰেছৰ ৰাজনৈতিক কাৰ্য্যক্ৰমতকৈ ইয়াৰ গঠনমূলক কাৰ্যাক্ৰমৰ প্ৰতি অধিক ৰাপ থকা যেন দেখা গৈছিল। মহাত্মা গান্ধীৰ বাচনি মতেই অমলপ্ৰভাৰ পৰিচালনাত শৰণীয়া পাহাৰত কস্তুৰবা গান্ধী গ্ৰামসেৱিকা আশ্ৰম প্ৰতিষ্ঠিত হয়

আৰু পিচত তেওঁ কংগ্ৰেছ আৰু ৰাজনীতিৰ পৰা আঁতৰ হৈ এই অনুষ্ঠানৰ আৰু অন্যান্য সামাজিক আৰু গঠনমূলক কামতে দেহে-কেহে লাগে আৰু অধিকতৰ কৃতিত্বৰে আৰু ব্যাপকভাৱে দেশসেৱা কৰিবলৈ সমৰ্থ হয় আৰু এতিয়াও হৈ আছে। তেওঁলোকৰ ঘৰত হোৱাৰ দৰেই তেওঁলোকৰ আশ্ৰমতো মহাত্মা গান্ধী প্ৰমুখ্যে দেশবৰেণ্য নেতা আৰু সমাজ সেৱক-সেৱিকা সকলৰ আগমণ হয়। তেওঁলোকৰ ঘৰত সাক্ষাৎ কৰিছিলোঁ (সাংবাদিক হিচাবেও) ৰাষ্ট্ৰনেতা মহাত্মা গান্ধী, কংগ্ৰেছ সভাপতি সুভাষচন্দ্ৰ বসু, কেন্দ্ৰীয় এছেম্ব্লিৰ কংগ্ৰেছ দলপতি আৰু কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ সদস্য ভুলাভাই দেশাই প্ৰমুখ্যে নেতা সকলক। তেওঁৰ আশ্ৰমত সাক্ষাৎ কৰোঁ হৰিজন সেৱক মহাত্মা গান্ধী, সৰ্বোদয় নেতা জয় প্ৰকাশ নাৰায়ণ, ভূ-দান নেতা আচাৰ্য্য ৱিনোবাজী আৰু শ্ৰীমতী নিৰ্মলা দেশপাণ্ডে প্ৰভৃতি নেতা-নেত্ৰী সকলৰ লগত।

শ্ৰীমতী অমলপ্ৰভাৰ ওপৰুক্ত দুয়ো পৰ্য্যায়ৰ কাৰ্য্যাৱলী আৰু কৃতিত্বতকৈ (সেই বিলাকৰ সমীক্ষা অন্যান্য লিখক-লিখিকা সকলে কৰিবই) এই প্ৰসঙ্গত তেওঁৰ বিশেষত্ব আৰু বিৰল বৈশিষ্ট্যৰ ভাৱনাইহে মোক অভিভূত কৰিছে। মই অনুভৱ কৰিছো যে, অমলপ্ৰভাৰ জীৱন আৰু কাৰ্য্যাৱলী আমাৰ নিঃস্বাৰ্থ আৰু ত্যাগী দেশসেৱক আৰু দেশসেৱিকা সকলৰো আদৰ্শনীয়। এনে জীৱন আৰু আদৰ্শ অসমতহে নালাগে, ভাৰতৰ অন্যান্য ঠাইতো বিৰল। এই বিষয়েই দুআষাৰ মান (নিজকো সামৰি লৈ) লিখিব খোজো।

শ্ৰীমতী অমলপ্ৰভাৰ ত্যাগ অতুলনীয়। বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাত সুখ্যাতিৰে উত্তীৰ্ণ হৈও সেইকালত লাভ কৰিব পৰা প্ৰফেচাৰ বা আন কোনো লোভনীয় পদ গ্ৰহণ কৰি আৰাম আৰু সন্মানৰ জীৱন যাপনৰ পথ ত্যাগ কৰি দেশসেৱাৰ পথ অৱলম্বন কৰাই

নহয়— তেওঁ এই ক্ষেত্ৰতো পদ মৰ্য্যদা বা বিষয়-বৈভৱলৈ কেৰেপকে নকৰি পাৰিবাৰিক উত্তৰাধিকাৰ সূত্ৰে পোৱা নিজৰ বৃজন পৰিমাণৰ সম্পত্তি, সামাজিক মঙ্গলজনক কামত দান কৰিছে আৰু নিজকো উৎসৰ্গীকৃত কৰিছে। এনে আদৰ্শ কেইজনৰ আছে? এই প্ৰসঙ্গত তেওঁ তেওঁৰ সমাজ সেৱাৰ স্বীকৃতি স্বৰূপে চৰকাৰ বা ৰাষ্ট্ৰই দিব খোজা সন্মান জনক আখ্যা এটা প্ৰত্যাখ্যান কৰা কথাও বিশেষ উল্লেখযোগ্য।

ভাৰত ৰত্ন, পদ্ম-বিভূষণ, পদ্মভূষণ, পদ্মশ্ৰী— এই কেইটা, বিদেশী আমোলৰ নাইট (ছাৰ), চি-আই-ই, ৰায়বাহাদুৰ আৰু ৰায়চাহেবৰ দৰে চৰকাৰে প্ৰধানতঃ তেওঁলোকৰ সমৰ্থনৰ কাৰণে প্ৰদান কৰা তোষণমূলক উপাধি নহয়। বৰং এইকেইটা শ্ৰীমতী অমলপ্ৰভাৰ দৰে সমাজসেৱা, শিক্ষা-সংস্কৃতি, কলা আৰু জ্ঞান-বিজ্ঞানৰ ক্ষেত্ৰত উল্লেখ-যোগ্য বৰঙণি যোগোৱা বিশিষ্ট লোকসকলৰ প্ৰতি আগবঢ়াব লগা ৰাজনীতি বহিৰ্ভূত ৰাষ্ট্ৰীয় সন্মান-ব্যৱস্থা।

আমাৰ সংবিধানে নিৰ্দেশকৰা এই উদ্দেশ্যে চৰকাৰে কিছু পৰিমাণে উপেক্ষা কৰি কিছুমান ক্ষেত্ৰত দলীয় ৰাজনৈতিক বিবেচনাৰে কোনো কোনো লোকক এই সন্মানজনক আখ্যা বিলাকেৰে বিভূষিত কৰিছে যদিও, উপযুক্ত জন এইবিলাক আখ্যাৰ বাবে উপেক্ষনীয় নহয়।

ওঠৰ বছৰ মানৰ আগতে অসমৰ মুখ্যমন্ত্ৰী গৰাকীয়ে মোৰ ঘৰলৈ আহি মোৰ নামটো 'পদ্মশ্ৰী'ৰ কাৰণে কেন্দ্ৰীয় চৰকাৰলৈ অনুমোদন কৰিব নে, প্ৰশ্ন কৰাত তেওঁক সমিধান দিছিলোঁ যে, "থাৰ্ডক্লাচ" পদ্ম আখ্যাটো (প্ৰথম পদ্ম বিভূষণ, দ্বিতীয় পদ্মভূষণ আৰু তৃতীয় পদ্মশ্ৰী) ল'বলৈ ইচ্ছা নকৰোঁ। ইয়াৰ ওপৰলৈ যোৱাৰ অৰ্হতা অৰ্জন কৰিব পাৰিলে ভৱিষ্যতেও তেওঁলোকে এই বিষয়ে চিন্তা কৰিব পাৰে। মুখ্যমন্ত্ৰী ডাঙৰীয়াই তথাস্তু কৰিলে। কিন্তু ইয়াৰ কেইবছৰ

মানৰ পিচত যেতিয়া শুনিলোঁ যে, শ্ৰীমতী অমলপ্ৰভাই চৰকাৰে তেওঁক যচা "পদ্মবিভূষণ" সন্মান (যিটো অসমত কোনেও পোৱা নাই।) সবিনয়ে প্ৰত্যাখ্যান কৰিলে, তেতিয়া মই নিজকে তেওঁৰ তুলনাত ইমান ক্ষুদ্ৰ বুলি অনুভৱ কৰিলোঁ। I felt so small !! তেওঁ বোলে এই সন্মান গ্ৰহণ কৰিলে তেওঁৰ মনত তেওঁ সৰ্বসাধাৰণ লোকতকৈ কিবা বেলেগ আৰু উচ্চ বুলি 'অহঙ্কাৰ'ৰ মনোভাৱ উদয় হ'ব বুলি শঙ্কা কৰিয়েই ইয়াক প্ৰত্যাখ্যান কৰিলে। এই খিনিতেই, অসংখ্য বিশিষ্ট আৰু ত্যাগী দেশসেৱক দেশসেৱিকাৰ মাজতো শ্ৰীমতী অমল-প্ৰভাৰ শ্ৰেষ্ঠতা আৰু বিশেষত্ব।

দেশসেৱাৰ স্পৃহা আৰু পৰিসৰৰ ক্ষেত্ৰতো শ্ৰীমতী অমলপ্ৰভা আমাৰ শীৰ্ষস্থানীয়। স্বাধীনতা আন্দোলনত পুৰুষ-মহিলা, লৰা-বুঢ়া বহুতেই দৃঢ়ভাৱে যোগ দিছিল আৰু ত্যাগ-কষ্ট স্বীকাৰ কৰিছিল। দেশ স্বাধীন হোৱাৰ পিচত প্ৰায় সকলোৱেই কংগ্ৰেছ বা দেশসেৱাৰ পৰা আঁতৰি গ'ল। স্বাধীন ভাৰতক তেওঁলোকে যেনে ভাৱে নৱ-গঠিত কৰিবলৈ সংকল্প গ্ৰহণ কৰিছিল, সেইবিলাক কথা পাহৰি গ'ল আৰু বিষয় বাব লৈ বা আনপ্ৰকাৰে আত্মোন্নতি কৰাত মনোনিৱেশ কৰিলে। অতি কম সংখ্যকহে নিঃস্বাৰ্থভাৱে কংগ্ৰেছৰ ভিতৰত বা বাহিৰতে দেশসেৱাৰ— বিশেষ ৰাজনৈতিক ভাৱে— কামত লাগি থাকিল। শ্ৰীমতী অমলপ্ৰভাই তেনে বিষয় বাব গ্ৰহণ কৰাৰ কথাই নাই— তেওঁৰ সেৱা আৰু কৰ্মৰ পৰিসৰ কংগ্ৰেছ আৰু ৰাজনীতিতকৈও বহল কৰি লৈ দেশসেৱাত লাগি থাকিল। তেওঁ ৰাজনীতিৰ পৰিবৰ্ত্তে বৃহত্তৰ লোকনীতিৰ পোষকতা কৰিবলৈ ধৰিলে, দেশৰ সৰহ সংখ্যকৰ কাৰণেই নহয়— সকলোজনৰ, সৰ্বোদয়ৰ সাধনা কৰিবলৈ ধৰিলে।

স্বাধীনতাৰ আন্দোলনত ভালেমান ডেকা-গাভৰুৱে নিজৰ ভৱিষ্যতৰ কথা নাভাৱি আৰু বিদেশীৰ আমোলত বিয়া-বাৰু কৰি নিজৰ গৃহ

সংসাৰ নপতাৰো সংকল্প কৰি যোগ দিছিল। শ্ৰীমতী অমলপ্ৰভায়ো তেনে সংকল্পৰেই— চিৰকুমাৰী হৈ থকাৰ সংকল্পৰে আন্দোলনত যোগ দিছিল বুলি বোধ হয়। তেওঁৰ সুযোগ্যা মাকেও দুই এটা ঘৰুৱা কথা কওঁতে, আমাক তেনে ধাৰণাকে দিছিল। দেশ স্বাধীন হোৱাৰ পিচত এই ডেকা-গাভৰুসকলে স্বাভাৱিকতে বিবাহ পাশত আবদ্ধ হৈ নিজস্ব গৃহ-সংসাৰৰ পাতনি মেলিলে। কিন্তু অমলপ্ৰভাৰ দেশসেৱাৰ স্পৃহা আৰু ৰাপ ইমান বাঢ়ি গ'ল যে, তেওঁ বিবাহৰ কথা আৰু চিন্তা নকৰিলে; তেনে সংকীৰ্ণ গৃহ সংসাৰৰ মোহ বিসৰ্জন দি সমগ্ৰ দেশখনকে আৰু সমগ্ৰ সমাজখনকে নিজ গৃহ বুলি বিবেচনা কৰি কাম কৰিবলৈ ধৰিলে। "উদাৰ চৰিত্ৰানান্তু বসুধৈব কুটুম্বকম্" বুলি আমি যিমানেই এনে আদৰ্শৰ প্ৰশস্তি নকৰো লাগে, কাৰ্য্যক্ষেত্ৰত এনে লক্ষ্য সাৰোগত কৰি জীৱন যাপন কৰা লোকৰ সংখ্যা কিমান? অমলপ্ৰভাই এনে আদৰ্শ বহু পৰিমাণে বাস্তৱত পৰিণত কৰি দেখুৱাব পাৰিছে আৰু নিজৰ জীৱন ধন্য কৰাৰ উপৰিও দেশৰ অসংখ্য লোকৰ উপকাৰ কৰিছে আৰু তেওঁলোকক আপোন কৰি লৈছে; অসংখ্য লোকৰ শ্ৰদ্ধা আৰু আস্থা অৰ্জন কৰিছে। অসমৰ সৰ্বত্ৰ তেওঁ সন্মানিতা আৰু আস্থাভাজন "অমলপ্ৰভা বাইদেউ"। তেওঁৰ ওপৰত ল'ৰা-বুঢ়া অসংখ্য লোকৰ গভীৰ আস্থা। তেওঁৰ আদৰ্শত অনুপ্ৰাণিত হৈ স্কুলৰ শিক্ষালৈ পিঠি দি "অমলপ্ৰভা বাইদেউ"ৰ শৰণীয়া আশ্ৰমলৈ যাওঁ বুলি ঘৰৰ পৰা গোপনে পলাই আহি ৰেলৰ ষ্টেচনত ষ্টেচন-মাষ্টৰৰ চকুত ধৰা পৰি ঘৰলৈ ঘূৰিব লগা হোৱা সম্ভ্ৰান্ত আৰু স্বচ্ছল পৰিয়ালৰ কিশোৰীৰ কথাও মই জানো। অসমৰ বাহিৰৰ ভাৰতৰ ভিনভিন ঠাইত ফুৰোতে অসমৰ অন্যান্য দুই এজন দেশসেৱক সমাজ সেৱিকাৰ লগতে অমলপ্ৰভাৰ বিষয়ে বিশেষ ভাৱে কোৱা আৰু খবৰ লোৱা বিশিষ্ট লোকো মই লগ পাইছোঁ।

কেইবছৰ মানৰ আগতে দিল্লীৰ উপকণ্ঠত আকস্মিক ভাৱে লগ পাওঁতে মহাত্মা গান্ধীৰ সতীৰ্থ আৰু একান্ত সচিব শ্ৰীপ্যাৰিলালে একমাত্ৰ অমলপ্ৰভাৰ হে খবৰ সুধিছিল। বোধহয় অসমৰ বাহিৰৰো ব্যক্তিয়ে অমলপ্ৰভাৰ গুণ-গৰিমা আৰু সুকৃতিৰ বিষয়ে প্ৰস্তাবিত স্মৃতিগ্ৰন্থত নিলি-খাকৈ থকা নাই। তেওঁৰ নানান আদৰ্শনীয় কাৰ্য্য আৰু সাধনাৰ বিষয়ে মই ক'ব খোজা নাই আৰু সেই কাম আন লিখক-লিখিকা সকলে কৰিব বুলি মই আগতে কৈছো। মুঠতে তেওঁৰ কীৰ্ত্তি বহুত। "কীৰ্ত্তিৰ্যস্য স জীৱতি" এইটোও চিৰন্তন সত্য। তথাপি অমলপ্ৰভাৰ বিষয়ে লিখিবলৈ গৈ মোৰ যেন কবিৰ দৰে কবৰ মন গৈছে— "তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহান"।

অমলপ্ৰভা শতায়ু হওক।

—0–

# সেৱাব্ৰতী বাইদেউ

—শ্ৰীভুবন চন্দ্ৰ সন্দিকৈ

"ঐশ্বৰ্য্য বিভূতি বল্লে সমে জানে মোক যিটো নৰোত্তমে
সিও ভৈলা মোৰ ময়ো ভৈলো তাৰ বশ্য' —নামঘোষা

মহামতি জনক ৰজা এই গুণৰ দ্বাৰাই ৰাজৰ্ষি হৈছিল। এই ক্ষেত্ৰত ভগৱানক জনা মানে, নৰৰূপী নাৰায়ণকে জনাটো ভক্তসকলে কৈছে। এই গুণৰ অধিকাৰী লোক জগতত একেবাৰে নোহোৱা নহয়। কিন্তু তাৰ লেখত ল'বলগা লোকৰ সংখ্যা বহু কম। আমাৰ অসমতো তেনে লোক নথকা নহয়। কিন্তু কায়-মন বাক্যে সেই নৰৰূপী নাৰায়ণক অকৃত্ৰিম ভাৱে সেৱা কৰা লোকৰ সংখ্যা এই কুৰি শতিকাত দুৰ্লভ।

ইয়াৰ ব্যতিক্ৰম দেখিবলৈ পালোঁ, স্বৰ্গীয় ডাঃ হৰিকৃষ্ণ দাস দেৱৰ পৰিয়ালৰ মাজত। বিশেষকৈ শ্ৰীযুতা অমলপ্ৰভা বাইদেউৰ জীৱনত। এই পৰিয়ালৰ ধন, জন, ভূসম্পত্তি আৰু বাইদেউৰ প্ৰজ্ঞা সম্পৰ্কে সকলোৱে জানে। কিন্তু সেই ঐশ্বৰ্য্য বিভূতি তেওঁলোকে নিজৰ বুলি নাভাৱি নৰনাৰায়ণৰ সেৱাৰ কাৰণে এটা ন্যাস কৰি দিলে! এই ত্যাগৰ মহিমা অপাৰ। এই ত্যাগৰ স্বৰূপ অৰ্থ হ'ল, সকলোৰে হিতৰ কাৰণে ত্যাগ কৰি নিজৰ লাভ, মান-সন্মান, যশস্যা পাবলৈ নিস্পৃহ হৈ থকাটো— "মা ফলেষু কদাচন"।

সেই গৰাকী বাইদেউ আমাৰ মাজতে আছে। বহুতে হয়তো

তেখেতৰ বিষয়ে বহুল ভাৱে নাজানিব পাৰে। আৰু উঠি অহা চামে একো নাজানিবও পাৰে। কিন্তু এই নতুন পুৰুষে বাইদেউৰ গৰিমাৰ বিষয়ে জনা উচিত। গছাৰ চাকিৰ পোহৰ দূৰলৈ পৰাৰ দৰে আজি অমল বাইদেউৰ প্ৰতিভা গোটেই ভাৰততে বিৰাজ কৰি আছে। গুণীৰ গুণ বুজা আৰু আচাৰ্য্য ৱিনোবা ভাৱেজীয়ে তেখেতক এগৰাকী ভাৰতৰ আদৰ্শ নাৰী ৰূপে অভিহিত কৰিছিল। ইয়াৰ কাৰণে আমি অসমবাসীয়ে গৌৰৱ অনুভৱ কৰো।

এইখিনিতে বাইদেউৰ সম্পৰ্কে এটি প্ৰসঙ্গ উল্লেখ কৰিব খুজিছোঁ— ৱাৰ্ধাৰ পৌনাৰ আশ্ৰমত এখন সৰ্বভাৰতীয় অভিবৰ্ত্তন অনুষ্ঠিত হৈছিল। অসমৰ পৰা এটি শকত মহিলাদল বাইদেউৰ নেতৃত্বত তালৈ যাত্ৰা কৰিছিল। সৌভাগ্য ক্ৰমে আমিও লগত গৈছিলোঁ। সেইদিনা ৰেলখন বৰ লেহেম গতিত গৈছিল। যেতিয়া আমি মহাৰাষ্ট্ৰৰ নাগপুৰ ৰেল ষ্টেচন পালোগৈ, তেতিয়া দেখিবলৈ পালোঁ, জিলাৰ উপায়ুক্তকে ধৰি বিভিন্ন উচ্চ পদস্থ বিষয়া সকলে বাইদেউক সম্বৰ্দ্ধনা জনাইছে। ইয়াৰ উপৰিও ৰেল কৰ্ত্তৃপক্ষক আমাৰ যাত্ৰী সকলক সকলো সুবিধা দিবলৈ তেওঁলোকে অনুৰোধ জনাইছে। ৱাৰ্ধা পোৱাৰ লগে লগে দেখিলোঁ অসংখ্য পুৰুষ-মহিলাই বাইদেউক আদৰণি জনাবলৈ ৱাৰ্ধা ষ্টেচনত ৰৈ আছে। ৰেলৰ পৰা নমাৰ লগে লগে সকলোৱে বাইদেউলৈ শ্ৰদ্ধা জনালে আৰু অভ্যৰ্থনাৰ আয়োজন কৰিলে। কেবাখনো মটৰেৰে আমাৰ মালপত্ৰবোৰ পৌনাৰৰ তোৰণৰ সন্মুখলৈ লৈ গ'ল। তাতো বহুতো পুৰুষ-মহিলাই পূজ্য বাবা সমন্বিতে আমাক আগবঢ়াই নিলে।

পিছদিনা দেখিলোঁ সভাস্থলত অসমৰ দলটোক একেবাৰে আগশাৰীত বহিবলৈ স্থান দিছে। ভীমক মনাৰ লগতে গদাক মনাৰ দৰে বাইদেউৰ লগতে আমিও সেই সন্মানৰ সোৱাদ পালোঁ। পাছত দেখিলোঁ, সেই বিৰাট জনসমাবেশৰ সভাত সভানেত্ৰীৰ আসনত অমল বাইদেউক। পূজ্য ৱিনোবাজীয়ে নিজে বাইদেউৰ গুণ ৰাশিৰ

বৰ্ণনা কৰি আদৰণি জনালে। তেতিয়াই মনতে, ভাবিলোঁ গছাৰ চাকিৰ পোহৰ দূৰলৈহে যায়।

আমি কলেজত পঢ়ি থকা অৱস্থাত ব্যক্তিগত ভাৱে ১৯৩০-৩৪ চনৰ ভিতৰত ডাঃ হৰিকৃষ্ণ দাস আৰু বাইদেউ সকলক সাক্ষাৎ কৰাৰ সৌভাগ্য হৈছিল। তেতিয়াই দেখিছিলোঁ, সেই গৰাকী উচ্চশিক্ষিতা, সৰবৰহী মিষ্টভাষী মহিলাই যি গৰাকীয়ে স্বাধীনতাৰ যুঁজত, মূলাগাভৰুৰ দৰে নিৰ্ভীক ভাৱে আগুৱাক, যায়। ১৯৭৫ চনৰ পৰা তেখেতৰ সান্নিধ্যলৈ আহিলোঁ। তেতিয়া বাইদেউক দেখিলোঁ এগৰাকী ত্যাগী সমাজ সেৱিকা হিচাবে, যি গৰাকীয়ে গান্ধীজীৰ গঠনমূলক কামক ৰূপ দিবলৈ অহো পুৰুষাৰ্থ কৰি আহিছে। বিমলা প্ৰসাদ চলিহাৰ পিছত অসম গান্ধীস্মাৰক নিধিৰ সঞ্চালিকা স্বৰূপে ১৯৫২ চনৰ পৰা ১৯৫৬ চনলৈকে বাইদেৱে গান্ধীজীৰ আদৰ্শ মূলক কামৰ নেতৃত্ব দিছিল। কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰক ট্ৰাষ্ট, ভূদান গ্ৰামদান বোৰ্ড, গোসেৱা, স্ত্ৰীশক্তি জাগৰণ, শান্তিসেনা সংগঠন আদি প্ৰতিটো কামৰ গুৰি ধৰোতা অমল বাইদেউ।

সমাজৰ মাজতে থাকি সমাজসেৱা কৰি শাৰীৰিক দুৰ্বলতাকো আওকাণ কৰি কৰ্মযোগী বাইদেৱে এই বয়সতো ধৈৰ্য্যেৰে জনসেৱাত ব্ৰতী হৈ আছে। “Never rusted, but Wasted” “জীৱনক মামৰ ধৰিবলৈ নিদিবা, কৰ্ম কৰি ক্ষয় হবলৈ দিবা” এই মন্ত্ৰেৰে বাইদেউ দীক্ষিত।

আজি চিৰকুমাৰী, ত্যাগী “সৎকৰ্ত্তা, সৎকৃত” পিতৃ-মাতৃৰ অনু-প্ৰেৰণাৰে, অনুপ্ৰাণিত বাইদেউ গৰাকীৰ আদৰ্শ তেখেতৰ অগণন ভাই-ভনীয়ে গ্ৰহণ কৰি অসমৰ গাৱে-ভূঞে বাইদেউৰ আদৰ্শত নিজ নিজ শক্তি অনুসৰি নিস্বাৰ্থ ভাৱে কৰ্মপন্থা হাতত ল'লে বাইদেউৰ সপোন দিঠকত পৰিণত হ'ব। ●

# স্মৃতিৰ মুকুতাৰাজি আৰু প্ৰেৰণাৰ সোঁত

—শ্ৰী সমীৰণ দাস

পাণবজাৰ ছোৱালী হাইস্কুলত পঢ়ি থাকোতে পাণবজাৰৰ ছোৱালীৰ মুখে শ্ৰীঅমলপ্ৰভা বাইদেউৰ কথা শুনিছিলোঁ। ঘৰতো মাইঁতৰ মুখে সেইসময়ৰ বিশিষ্টা অগ্ৰণী মহিলা ৺হেমপ্ৰভা দাস আৰু তেখেতৰ কন্যা শান্তশিষ্ট, কৃশাঙ্গী উচ্চ শিক্ষিতা অমলপ্ৰভা বাইদেউৰ কথা শুনিছিলোঁ। তাৰ পিছত গুৱাহাটীৰ কটনকলেজত বি,এচ,চি পঢ়াৰ সময়ত ৰসায়ন বিদ্যাত 'অনাৰ্চ' লোৱাৰ বিষয়ে পৰামৰ্শ বিচাৰোতে অধ্যাপক ৺ইন্দুভূষণ চৰকাৰে প্ৰসঙ্গ ক্ৰমে ব্যৱহাৰিক ৰসায়ন বিদ্যাত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা অসমীয়া বিজ্ঞানী মহিলা শ্ৰীঅমলপ্ৰভা দাসৰ কথা কৈছিল। আমাৰ দিনত অসমীয়া ছোৱালীয়ে বিজ্ঞান পঢ়িবলৈ সাধাৰণতে নাহে। সেয়ে এই গৰাকী বিজ্ঞানী মহিলাক দেখা পোৱাৰ ইচ্ছা এটা মনতে উপজিছিল। পিছে দ্বিতীয় মহাসমৰ আৰু '৪২ৰ আন্দোলনৰ কাৰণে আমাৰ কটন কলেজৰ কলেজীয়া জীৱন বৰ খেলিমেলিৰ মাজতে গ'ল— পঢ়াৰ বাহিৰে আমাৰ অন্য একোৱে ন'হল।

'সূত্ৰযজ্ঞ', 'কটাইমণ্ডল' আদিৰ কথা শুনিছিলোহে, দেখা কিন্তু নাছিলোঁ। কলিকতা বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ শ্ৰেণীত পঢ়িথকা কালত মোৰ লগৰ বঙালী বান্ধৱী শ্ৰীমতী সবিতা সিন্হাই বালিগঞ্জত বিশিষ্ট গান্ধীবাদী নেতা ডাঃ প্ৰফুল্ল ঘোষৰ (পশ্চিমবঙ্গৰ প্ৰথম গান্ধাবাদী

মুখ্যমন্ত্ৰী ) ঘৰলৈ মোক লৈ গল, "কটাইমণ্ডলে" কেনেকৈ সূতা কাটে চাবলৈ। আচৰিত কথা যে, তাত অসমীয়া কৃতি বিজ্ঞানী মহিলা শ্ৰীমতী অমলপ্ৰভা দাসে আন দুগৰাকী বঙালী মহিলা ৺লাবণ্য ছন্দ আৰু শ্ৰীমতী যমুনা ঘোষৰ সৈতে যতৰত সূতা কাটি আছে— হঠাতে এনেকৈ মোৰ অভিলাষী মানস পটত থকা অমল বাইদেউক লগ পাই খুউব আনন্দ লাগিল। ইংৰাজী ১৯৪৫ চনৰ অক্টোবৰ মাহৰ সেই শুভদিনটোত শ্ৰদ্ধেয়া বাইদেউৰ লগত হোৱা প্ৰথম পৰিচয়ৰ কথা মোৰ স্মৃতি পটত চিৰ উজ্জ্বল হৈ আছে।

'বাপুজী'য়ে অসমলৈ আহি গুৱাহাটীৰ শৰণীয়া আশ্ৰমত কস্তুৰবা স্মাৰক নিধিৰ গ্ৰামসেৱিকা বিদ্যালয় উদঘাটন কৰাৰ কথা ঘৰৰপৰা লিখা চিঠিত জানিব পাৰিলোঁ আৰু এই শৰণীয়া আশ্ৰমৰ প্ৰতিও মনটো আকৰ্ষিত হ'ল। কলিকতাত পঢ়া সমাপ্ত কৰি গুৱাহাটীলৈ আহি ইং ১৯৪৮ চনত সন্দিকৈ ছাত্ৰী মহাবিদ্যালয়ত অধ্যাপনা আৰম্ভ কৰিলোঁ যদিও, হাতত থকা আজৰি সময় খিনিত কি কাম কৰোঁ, কি নকৰো ভাৱি উৎকণ্ঠাতে প্ৰায় এবছৰ গ'ল। শৰণীয়া আশ্ৰমলৈ যোৱা বা শ্ৰী অমল বাইদেউক লগ পোৱাৰ কোনো সুযোগ উলিয়াব পৰা নগ'ল। ইতিমধ্যে ৺পূণ্যলতা ভুঞাৰ লগত "কামৰূপ সমবায় মহিলা শিল্পানুষ্ঠানৰ কাম আৰম্ভ কৰিলোঁ। এইখন শিল্পানুষ্ঠানৰ কামৰ বাবেই গুৱাহাটী চহৰৰ ইফালে সিফালে ফুৰাচকা কৰিব পাৰিলোঁ। পাণবজাৰত ফুৰোতে শ্ৰী অমল বাইদেউক ঘৰত লগ নাপালোঁ। ১৯৪৯ চনৰ আগষ্ট মাহত শৰণীয়া আশ্ৰমত কস্তুৰবা স্মাৰক নিধিৰ গ্ৰামসেৱিকা বিদ্যালয়ৰ প্ৰশিক্ষাৰ্থী সকলৰ দীক্ষান্ত উৎসৱ অনুষ্ঠিত হয়। সৌভাগ্য ক্ৰমে শৰণীয়া আশ্ৰমৰ এই উৎসৱলৈ যোৱাৰ সুযোগ পালোঁ। আনন্দেৰে আপ্লুতা হৈ কেনেকৈ শৰণীয়া পাহাৰ 'পালোগৈ গমকে নাপালো। ওপৰলৈ উঠি গৈ পদূলিৰ পৰাই

দেখিলো, মোৰ মনে বিচাৰি থকা অমল বাইদেৱে খটখটিৰ ওপৰতে অভ্যাগত সকলক আদৰণি জনাবলৈ থিয় হৈ আছে। ওপৰলৈ উঠি গৈ নমস্কাৰ জনোৱাৰ লগে লগে বাইদেৱে অতি মৰমেৰে আলিঙ্গন কৰি ক'লে— "সমীৰণ, তুমি আমাৰ লগত থাকিবানে।" কি ভাৱি তেওঁ মোক এইদৰে কৈছিল ক'ব নোৱাৰোঁ, কিন্তু মোৰ কাৰণে ই যে অতি আকৰ্ষণীয় আহ্বান আছিল। আজিও ইয়াৰ সোঁৱৰণিয়ে মোক প্ৰেৰণা যোগাই থাকে। ভগৱানৰ কৃপাত বেচ উপযুক্ত সময়তেই নিশ্চয় মই এই গৰাকী চিৰপ্ৰেৰণাময়ী বাইদেউক লগ পাইছিলোঁ। সঁচাকৈয়ে মোৰ জীৱনৰ গতি যেন সহজ হৈ গ'ল।

তেতিয়ালৈকে আশ্ৰমৰ বিষয়ে মোৰ জ্ঞান নাছিল। কিন্তু প্ৰথম পদাৰ্পণতেই বৰ ভাল লাগিল। তাত থকা শ্ৰীমতী শকুন্তলা চৌধাৰী আৰু নিকুঞ্জলতা হাজৰিকা (নিকু বাইদেউ) মাত্ৰ চিনাকী আছিল যদিও সকলোকে বৰ আপোন যেনেই লাগিল। তাৰ পিছৰ পৰাই কলেজৰ কাম আৰু শিক্ষানুষ্ঠানৰ কামৰ মাজতেই আশ্ৰমৰ বিষয়ে আৰু কস্তুৰবা স্মাৰক নিধিৰ বিষয়েও জনাৰ সুযোগ বিচাৰি অহাযোৱা কৰিবলৈ ধৰিলোঁ। মোৰ আৰু এটা সৌভাগ্য হ'ল বিশিষ্টা সমাজ সেৱিকা, সেই সময়ৰ খাদী কমিচনৰ ধানবনা উদ্যোগৰ সঞ্চালিকা (প্ৰাক্তন কস্তুৰবা সেৱিকা) শ্ৰীমতী হেমপ্ৰভা ভৰালীৰ লগত পৰিচয় তথা বন্ধুত্ব। তেওঁ সেই সময়ত আমাৰ ঘৰৰ ওচৰতে আছিল। শ্ৰীমতী ভৰালী, শ্ৰীযুতা অমল বাইদেউৰ দেউতাক ডাঃ হৰিকৃষ্ণ দাসদেৱৰ বৰ প্ৰিয় পাত্ৰী আছিল। শ্ৰীমতী ভৰালীৰ লগতে মই বাইদেউহঁতৰ ঘৰলৈ অহাযোৱা কৰি 'দেউতা' ডাঃ দাসদেৱৰ ওচৰত বহুতো সন্ধিয়া কটাই তাত নানা জনৰ লগত পৰিচয় হোৱা আৰু আলোচনাৰ ভাগ লোৱাৰ সুযোগ পালোঁ।

ইতিমধ্যে 'ভূদান' আৰু 'সৰ্বোদয়' আন্দোলনে অসমত ক্ৰমাৎ

গতিশীল হবলৈ ধৰিলে। ইয়াৰ কাৰণে প্ৰচাৰ, প্ৰশিক্ষণ, শিবিৰ আৰু পদযাত্ৰা চলিল, ঘাইকৈ শ্ৰী অমল বাইদেউৰ পৰিচালনাতেই। এইবোৰত মাজে মাজে আংশিক ভাৱে যোগদান কৰি কিছু অধ্যয়ন কৰিব পাৰিলোঁ, আৰু এনেকৈয়ে অমল বাইদেউৰ সান্নিধ্য লাভ হ'ল। বিশেষকৈ ১৯৫৬ চনৰ পৰা সঘনেই বাইদেউৰ পৰিচালিত কামবোৰত যোগদান কৰিব পৰা হলোঁ। ১৯৫৬-৫৭ চনটো ভূদান-যজ্ঞ আন্দোলনৰ সামূহিক পদযাত্ৰাৰ সময় আছিল। পদযাত্ৰাৰ বিষয়ে মই একো নাজানিছিলোঁ। সেই কাৰণে পদযাত্ৰাৰ বিষয়ে প্ৰকৃত জ্ঞান লাভ কৰাৰ আশাৰে কলেজৰ পৰা ছুটি লৈ গুৱাহাটীৰ ওচৰৰ ধাৰাপুৰৰ পদযাত্ৰা শিবিৰত যোগদান কৰিবলৈ গলোঁ। শিবিৰ পৰিচালিকা শ্ৰী অমল বাইদেউৰ লগত থাকি ভূদান যজ্ঞৰ অৰ্থে চলোৱা পদ যাত্ৰাৰ মূলতত্ত্বৰ কথাখিনি জানিবলৈ পোৱাৰ এয়েই মোৰ প্ৰথম সুযোগ। স্কুল-কলেজত বহুতো পঢ়া শুনা কৰিলোঁ, কিবা-কিবি বহুতো শিকিলোঁ। কিন্তু এইদৰে শিবিৰত থাকি সকলোখিনি কথা খৰচি মাৰি বুজিলৈ পদযাত্ৰা কৰি গাঁৱৰ মাজলৈ গৈ গাওঁবাসীৰ লগত একেলগে বহি সকলো খা খবৰ যোগাৰ কৰি আলোচনা - বিলোচনা কৰাটোত যে প্ৰকৃত জ্ঞান নিহীত হৈ আছে বাইদেউৰ শিবিৰৰ পৰা মোৰ সেই জ্ঞানলাভ হ'ল।

বাইদেউ যেন বাস্তৱ ক্ষেত্ৰত প্ৰকৃত জ্ঞানৰ ভাণ্ডাৰ! আনক শিকোৱা আৰু বুজোৱাৰ পদ্ধতিও বাইদেউৰ অতুলনীয়। বাইদেউ কেৱল শিক্ষিকাই নহয়, তেওঁ একেবাৰে মাতৃ বৎসল ভাৱমূৰ্ত্তিৰ অপৰিসীম মৰমীয়াল মানুহ। বিশেষকৈ আমাৰ দৰে অনভিজ্ঞ মানুহৰ মনৰ পৰিচয় পাব পৰা তেওঁ যে ইমান শক্তিসম্পন্না মানুহ, ভাৱিলে বৰ আচৰিত লাগে।

গুৱাহাটী মহকুমাৰ দক্ষিণপাৰে ভিতৰুৱা সীমামুৰীয়া গাঁৱত বাইদেউৰ লগত পদযাত্ৰা কৰিবলৈ গৈছিলোঁ ; একেবাৰে পিছপৰা

কৰিবলৈ গৈছিলোঁ ; একেবাৰে পিছপৰা ভৈয়ামৰ জনজাতি অঞ্চলৰ গাওঁ। তাত কেমেৰা হাতত লৈ লে মহিলাসকলে লৰ মাৰি পলায়। তেনেকুৱা ঠাইতো বাইদেৱে ইমান সহজভাৱে মানুহৰ লগত মিলি গৈ কথা-বতৰা হ'ব পাৰে, নেদেখিলে বুজিব পৰা নাথায়। ছুপৰীয়া আহাৰৰ সময়ত তেওঁলোকে পৰিবেশন কৰা ভাত খাবলৈ বহোতে বাইদেৱে খুব ভালকৈ উপলব্ধি কৰিছিল, মোৰ দৰে এনে আচহুৱা পৰিস্থিতিত পৰা মানুহৰ অৱস্থাটো কেনেকুৱা হ'ব পাৰে। মোক একেবাৰে তেওঁৰ কাষতে বহুৱাই লৈ ডাঙৰ ডাঙৰ উখোৱা চাউলৰ ভাতবোৰ মোহাৰি মোহাৰি পিটিকি খাবলৈ শিকাই দি কৈছিল— "খাই লোৱা, নহ'লে পিচত ভোক লাগিব।" আৰু সেইষাৰ মাতৃসুলভ কথাতেই পাতৰ ভাত কেনেকৈ খাই শেষ কৰিলোঁ, ক'বই নোৱাৰিলোঁ।

১৯৫৭ চনৰ সামূহিক পদযাত্ৰাৰ সমাৰোহ উপলক্ষে গোলাঘাটৰ দেৰগাঁৱত ডিচেম্বৰ মাহত অনুষ্ঠিত হোৱা এটা শিৱিৰত বাইদেউৰ লগত একেলগে থকাৰ সুযোগ পাইছিলোঁ। শিৱিৰটো ঘাইকৈ আছিল "শ্ৰমদান" শিৱিৰ। নিৰ্দ্ধাৰিত কাৰ্য্যসূচী অনুসৰি পুৱা ৪.৩০ বজাত উঠি বাইদেৱে বাট বন্ধা কামলৈ গুচি যায়। মই এনেকুৱা শ্ৰমৰ লগত সম্পৰ্ক নথকা মানুহ ; একেখন বিচনাতে শুই থাকিও কিন্তু গম নাপাওঁ। বৰঞ্চ সেই পুহমহীয়া জাৰত মোক ভালকৈ কাপোৰ জাপি দি বাইদেৱে তুৱাৰ জপাই থৈ যায়, যাতে মোৰ কোনো কষ্ট নহয়। সাৰ পাই মই যেতিয়া লৰালৰিকৈ সেই কৰ্মস্থান পাওঁগৈ, তেতিয়াও বাইদেৱে কয় "তোমাৰ অভ্যাস নাই, কিয় আহিলা ?" পিচে এইষাৰ মৰমসনা কথাৰ মাজত যে কি প্ৰেৰণা নিহিত হৈ আছে, বাহিৰৰ পৰা মানুহে বুজি পাবলৈ টান পাব।

'ভূদান-যজ্ঞ' আন্দোলনে প্ৰসাৰতা লাভ কৰি 'গ্ৰামদান' পৰ্য্যায় পালেগৈ। ১৯৫৮ চনৰ মাৰ্চ মাহত উত্তৰ লক্ষীমপুৰৰ ধলপুৰৰ দকুৱা

গ্ৰামদান গাৱত গ্ৰামস্বৰাজ্যৰ বাবে কৰ্মী প্ৰশিক্ষণ শিবিৰ অনুষ্ঠিত হৈছিল। সেই শিবিৰ পৰিচালনা কৰিছিল অমলপ্ৰভা দাস বাইদেৱে। এই শিবিৰ সৰ্বভাৰতীয় নেতা পূজ্য দাদা ধৰ্মাধিকাৰী আৰু বিশিষ্টা বিদুষী মহিলা বিমলা ঠকাৰেও যোগদান কৰিছিল। ময়ো এই শিবিৰৰ শিবিৰাৰ্থী হিচাবে আছিলোঁ। পৰিচালিকা বাইদেৱে কেৱল শিবিৰাৰ্থী সকলক সুসঙ্গত ভাৱে পৰিচালনা কৰাই নহয়, শিবিৰ সংগঠন কৰা আৰু বিভিন্ন প্ৰকাৰৰ সমস্যা সমাধান কৰাতো মাৰ্গদৰ্শন কৰা কাম বোৰৰ মাজত তেওঁৰ পৰাক্ৰমৰ পৰিচয় পোৱাৰ সৌভাগ্য মোৰ হৈছিল। শিবিৰৰ অধ্যয়ন বৰ্গ চলোৱাৰ উপৰিও ৰন্ধা বঢ়া, চাফাই, বয়বস্তু যোগাৰ কৰা আদি সকলো কামতে বাইদেউৰ তৎপৰতা দেখি মুগ্ধ হৈছিলোঁ।

'স্থিত-প্ৰজ্ঞ দৰ্শন' কিতাপত পঢ়িছিলোঁ, ভালকৈ বুজা নাছিলোঁ। ১৯৫৮ চনৰ ডিচেম্বৰ মাহৰ দুই তাৰিখে আবেলি পৰত বাইদেউৰ দেউতাক কৰ্মযোগী ডা. হৰিকৃষ্ণ দাসদেৱৰ পৰলোক হোৱাৰ প্ৰায় পাঁচমিনিট পাচতেই প্ৰকৃত স্থিত প্ৰজ্ঞৰ যেন বাস্তৱ দৰ্শন পালোঁ। কোঠাৰ ভিতৰত মৃতকৰ বিচনাৰ কাষত তেখেতৰ শোকাকুল প্ৰিয়জন সকলে বেৰি আছে আৰু বাহিৰত গুণমুগ্ধ বাইজে প্ৰাৰ্থনা গাই আছে। এনেতে শ্ৰীযুত দেৱেশ্বৰ শৰ্মাদেৱ লৰালৰিকৈ আহি পালে আৰু পিতৃহাৰা বাইদেৱে দুৱাৰমুখলৈ ওলাই আহি একেবাৰে স্বাভাৱিক মাতেৰে ক'লে "আহক, দেউতা এইমাত্ৰ ঢুকাল।" সঁচাকৈয়ে বাইদেউ যেন স্থিত-প্ৰজ্ঞৰ প্ৰতীক।

১৯৫০ চনৰ বৰভূঁইকপত উত্তৰ লক্ষীমপুৰৰ জিয়াধল নৈৰ পাৰৰ গাওঁ বালিয়ে পুতি পেলালে। জিয়াধলৰ খহনীয়াই গোটেই অঞ্চলটো প্লাৱিত কৰি বিস্তৰ ক্ষতি সাধন কৰিলে। চৰকাৰী কৰ্তৃপক্ষই তেওঁ-লোকৰ নিয়ম অনুসৰি নৈৰ বান্ধ, মথাউৰি আদি বান্ধি দিও সফল হ'ব নোৱাৰিলে। ভূদান-গ্ৰামদান আন্দোলনৰ প্ৰভাৱত সেই অঞ্চলত

বহুতো গ্ৰামদান হ'ল। গ্ৰামদানী গাঁৱৰ ৰাইজে একগোট হৈ শ্ৰমদান কৰি তেওঁলোকৰ নিজৰ আঁচনি মতে জিয়াধল নৈৰ বান্ধ বন্ধা কাম সম্পন্ন কৰিবলৈ সিদ্ধান্ত কৰিলে। সেই অনুসৰি শ্ৰীঅমলপ্ৰভা বাইদেউৰ পৰিচালনাত বৰবাম দিহিঙীয়া গাঁৱত ১৯৫৯ চনত এটা গ্ৰামনিৰ্মাণ শিবিৰ পতা হ'ল। এই শিবিৰলৈ সৰ্বোদয় নেত্ৰী বিশিষ্টা বিদুষী মহিলা শ্ৰীমতী বিমলা ঠকাৰো গৈছিল। শিবিৰৰ কাৰ্য্যক্ৰমৰ লগতে উক্ত জিয়াধল নৈত বান্ধ বন্ধাৰ কাৰ্য্যক্ৰমো চলোৱা হ'ল। বান্ধত প্ৰথমে মাটি পেলালে শ্ৰীমতী বিমলা ঠকাৰে। সেই কাৰণেই সেই বান্ধটোৰ নাম ৰখা হ'ল, "বিমলা বান্ধ"। বাইদেৱে নিজে কৰ্মী সকলৰ লগত সমানে শ্ৰমদান কৰা দেখা পালোঁ। ওচৰ চুবুৰীয়া গাঁৱৰ ৰাইজে দলে দলে আহি যোগদান কৰিলে। ইয়াতো স্থানীয় জনজাতীয় মিচিং মহিলাসকলে তেওঁলোকৰ বিশিষ্ট সাজ-পোচাক পিন্ধি হাতত কিবা নহয় কিবা এটা খোৱাবস্তু লৈ আহি বাইদেউক দেখা কৰি পৰম নিষ্ঠাৰে শ্ৰদ্ধা নিৱেদন কৰা দৃশ্য মোৰ স্মৃতি-পটত অম্লান হৈ আছে।

সৰ্বভাৰতীয় নেতা আৰু কৰ্মীসকল অসমলৈ আহিলে বাইদেউৰ ঘৰমৰ গুণতেই তেওঁলোকক লগ পাব পৰা হলোঁ। এইদৰে সৰ্বোদয় দৰ্শনৰ অধ্যয়ন কৰাৰো সুযোগ পালোঁ। বহু সময়ত বহু ধৰণৰ মানুহক লগ পাইছোঁ। কিন্তু অমল বাইদেউক লগ পোৱাৰ যিটো আনন্দ, তেনে আনন্দ অইন ঠাইত বিৰল। তেওঁক যিমানে লগ পাওঁ, ভাৱো একে গৰাকী মহিলাৰ গাত ইমান প্ৰচণ্ড শক্তি আছে, ইমান বাস্তৱিক জ্ঞান আছে, ইমান ত্যাগ কৰিব পাৰে, ইমান কষ্ট কৰিব পাৰে, ইয়াৰটো কোনো তুলনা নাই!

এক অতুলনীয় মাতৃত্বৰ প্ৰতিমূৰ্ত্তি এইগৰাকী বাইদেউ নামত কেৱল 'অমল' নহয়, একেবাৰে প্ৰকৃতাৰ্থতেই তেওঁ অমল। আমাৰ অসমৰ মানুহে হয়তো তেওঁক ভালকৈ চিনিব পৰা নাই। কিন্তু

অসমৰ বাহিৰৰ সৰ্বভাৰতীয় নেতাসকল আৰু অলেখ কৰ্মীয়ে তেওঁক যেনেকৈ শ্ৰদ্ধা কৰে, মাৰ্গদৰ্শন বিচাৰে, সঁচাকৈয়ে আমাৰ গৌৰৱ বোধ হয়।

আধুনিক বিপ্লৱ "ভূদান যজ্ঞ"ৰ প্ৰণেতা আচাৰ্য্য ৱিনোবাজীয়ে সদৌ ভাৰতত পদযাত্ৰা কৰি আহি ১৯৬১ চনৰ ৫ মাৰ্চৰ পৰা ১৯৬২ চনৰ ৫ চেপ্তেম্বৰলৈ পূৰা ওঠৰ মাহ অসম ৰাজ্যত পদযাত্ৰা কৰিলে। এই গোটেই পদযাত্ৰাটোত অসমৰ অন্যতমা সৰ্বোদয় নেত্ৰী অমল বাইদেৱে আচাৰ্য্য গৰাকীৰ লগত থাকি তেৰাৰ সকলোবোৰ ভাষণ একেবাৰে তটস্থচিত্তে লগে লগে এনেভাৱে তৰ্জমা কৰি ৰাইজক শুনালে, যেন পূজ্য ৱিনোবাজীৰ হিন্দী কথামৃত বাইদেউৰ কণ্ঠস্বৰেৰে অসমীয়াতে প্ৰতিধ্বনিত হ'ল। এই দৃশ্য নেদেখিলে উপলব্ধি কৰিব নোৱাৰি।

এইগৰাকী উদাৰ বাইদেউৰ মৰমৰ কাৰণেই আধুনিক যুগৰ বাস্তৱধৰ্মী পুৰুষ আচাৰ্য্য ৱিনোবাজীৰ পদযাত্ৰাত মাজে মাজে অংশ গ্ৰহণ কৰি মহাপুৰুষ গৰাকীৰ স্নেহময় সান্নিধ্য লাভ কৰাৰ সুযোগ পালোঁ। বাইদেউৰ স্নেহাসিক্ত মাৰ্গদৰ্শনৰ সহায়তেই পূজ্য বাবাৰ অপাৰ করুণাৰ এভাগ লৈ তেখেতৰ পুত পৱিত্ৰ মানস পটত স্থান পোৱাৰ পৰম সৌভাগ্য লাভ হ'ল।

এইগৰাকী মহান মহিলাৰ আশীৰ্বাদতেই সৰ্বোদয়ৰ আদৰ্শৰ কামত যথাশক্তি সহায় কৰাৰ প্ৰচেষ্টা কৰি আজিৰ স্থিতিলৈ আহিবলৈ সক্ষম হলোঁ। এই বিমল প্ৰেৰণাৰ স্ৰোত যেন চিৰ প্লাৱিত হৈ থাকে, তাকেই কামনা কৰি মহীয়সী অমল বাইদেউৰ পৰম মঙ্গলময় জন্মদিনৰ দিনা, তেওঁৰ কৰকমলত মোৰ এই অৰ্হতা বিহীন ক্ষুদ্ৰ লিখনিৰে কৃতাঞ্জলি নিৱেদন কৰিলোঁ।

—0

আমেৰিকাৰ চিঠি

# মনুমাহীক ( অমলপ্ৰভাক ) মই কেনে ৰূপত দেখোঁ

—নন্দিতা বেনাৰ্জী (মঞ্জু)

মোৰ মা ( তিলোত্তমা ৰায়চৌধুৰী ) বা মনুমাহীক ( অমলপ্ৰভা দাস ) মই কেনে ৰূপত দেখোঁ, সেই কথা লিখি বুজাব নোৱাৰোঁ। মোৰ ওচৰত মা আৰু মনুমাহীৰ পাৰ্থক্য নাই। কিন্তু মনুমাহীক মোৰ মনত পৰাৰে পৰা সদায় দেশৰ কাম কৰি থকাই দেখি আহিছো। মনত যেতিয়া পৰে, প্ৰথম চোৱা তেওঁ জেইলত আছিল। মই সৰু হৈ থাকোতে এইবোৰ কথা জনা নাছিলোঁ। মোৰ বয়স হোৱাৰ লগে লগে মনুমাহীক ভালকৈ পালো আৰু জানিলোঁ। সকলো সময়তে দেখিছিলোঁ, মনুমাহী কেৱল মাহীয়েই নাছিল, বন্ধুও আছিল। বহুতো সময়ত মনুমাহীৰ পৰা বহুতো মূল্যবান উপদেশ পাইছিলোঁ। বহুত সময়ত আমাৰ মনলৈ অহা অশান্তি পাতলাবলৈ মনুমাহীৰ চেষ্টা আৰু মৰমসনা কথাবোৰ মই কেতিয়াও পাহৰিব নোৱাৰোঁ। বিশেষকৈ মোৰ মা আৰু মনুমাহীৰ মাজত যিটো সম্পৰ্ক দেখো, মই নাজানো আন কোনোবা বাই-ভনীৰ মাজত এনে নেৰা-নেপেৰা সম্পৰ্ক আছেনে নাই। আমাৰ ঘৰত মোৰ বাহিৰে যেতিয়া কোনো নাছিল, মোৰ লগত তেনে ঘনিষ্ঠ সম্পৰ্কও কাৰো লগত নাছিল ( ময়ে একমাত্ৰ সন্তান )। গতিকে মনুমাহী সুখে-দুখে মোৰ লগত আছিল।

এতিয়াও সকলো সময়তে মনুমাহী মোৰ মাৰ সৈতে আছে। তেওঁ মোৰ মাৰ ভনী; মাৰ অভিভাৱক আৰু মাৰ 'Angel' (দেৱদূত); সকলো তেৱেঁই। মনুমাহীয়ে মাক যিমানখিনি বুজে, পৃথিৱীত আন কোনোবাই মাক তেনেকৈ বুজিব পাৰে বুলি মোৰ মনে নকয়। মোৰ দৃষ্টিৰে মনুমাহীৰ নিচিনা মানুহ এগৰাকী পোৱা বৰ টান। তেওঁৰ কেতিয়াও কোনো চাহিদা নাই, ইমান টকা-পইচাৰ মাজত থাকিও এটা সাধাৰণ জীৱন-যাপন কৰে। নিজৰ বাবে একো নলয় আৰু প্ৰয়োজনবোধ নকৰে। মায়ে বহুত যত্ন কৰি খোৱা-বোৱাৰ যোগান ধৰে। নহ'লে কি কৰিলেহেঁতেন ক'ব নোৱাৰোঁ। এই বয়সতো (পয়সত্তৰ বছৰ বয়সতো) আনৰ সুখ-দুখৰ কথা শুনিবলৈ, দুপৰীয়াও নাখাই-নবই বহি থকা দেখিছো। কিন্তু তথাপিও কতো বিৰক্তিৰ চিন নাই। যদিহে জন্ম-জন্মান্তৰ থাকে, যেন মা আৰু মাহীক পৰজন্মতো পাওঁ —এয়ে কামনা। মই মনুমাহীৰ কথা বেচি লিখিব নোৱাৰো, হয়তো লিখিলে মানুহ গৰাকীক সৰু কৰাহে হ'ব।

[ নন্দিতা বেনাৰ্জীয়ে বৰ্ত্তমান আমেৰিকাৰ হেমটন বিশ্ববিদ্যালয়ৰ বায়োকেমিষ্ট্ৰি বিভাগৰ অধ্যাপিকাৰ কাম কৰি আছে। ]

0—

# নঈ তালিমত অমল বাইদেউ

—শ্ৰী প্ৰবোধ চন্দ্ৰ কটকী
পানীগাওঁ, নগাওঁ

মহাভাৰতৰ যুগৰ পৰাই অসম মাতৃয়ে প্ৰাতঃস্মৰণীয়া কন্যা সকলৰ জন্ম দি আহিছে। ভাৰতৰ মুক্তি-যুদ্ধত জপিয়াই পৰি শ্বহীদ হোৱা জীয়ৰী সকলৰ বাবে অসম মাতৃ গৌৰৱান্বিতা। কিন্তু ভাৰতৰ লাখ লাখ দলিত, পতিত, নিষ্পেষিত আৰু অন্ন-বস্ত্ৰৰ সংস্থান কৰিব নোৱাৰা জনগণৰ কল্যাণৰ হকে, ভোগ-বিলাস, বিষয়-বাসনা ত্যাগ কৰি আত্মোৎস্বৰ্গ কৰা মহিলাৰ সংখ্যা সীমিত। এই স্বনামধন্যা মাতৃসকলৰ ভিতৰত এগৰাকী হৈছে আমাৰ সকলোৰে গৌৰৱৰ স্থলি শ্ৰীযুতা অমলপ্ৰভা দাস বাইদেউ।

অমল বাইদেউৰ পৰা মই অকৃত্ৰিম মৰম-চেনেহ আৰু জীৱন গঢ়াৰ প্ৰেৰণা লাভ কৰিছো। ১৯৪৬ চনৰ জানুৱাৰী মাহত পূজ্য বাপুজী শৰণীয়া আশ্ৰমত থকা সময়ত বাইদেউক প্ৰথম দেখা পাইছিলোঁ। সেই সময়ত অসম প্ৰদেশিক কংগ্ৰেছ কমিটিয়ে, এই আশ্ৰমতে পতা গঠনমূলক কৰ্মী সম্মিলনত যোগ দিয়াৰ সৌভাগ্য মোৰো হৈছিল। পূজ্য বাপুজীয়ে ফলে ফুলে জাতিষ্কাৰ এই আশ্ৰমৰ মুকলি প্ৰাঙ্গনত বহি অসমৰ কৰ্মীসকললৈ তেখেতৰ অমৃতময় বাণী প্ৰেৰণ কৰিছিল। ইতিপূৰ্বে ভাৰতীয় পৰম্পৰা ৰক্ষা কৰি এটি আভিজাত্য পৰিয়ালৰ কন্যাই উচ্চ চিন্তন আৰু সাত্বিক জীৱন যাপনৰ

সংকল্প গ্ৰহণ কৰি বাপুৰ প্ৰদৰ্শিত পথৰ পথিক হয়। কস্তুৰবা সেৱাশ্ৰমৰ প্ৰাণ স্বৰূপ এই বাইদেউ গৰাকীয়ে বাপুৰ আশীৰ্বাদ আৰু বিনোবাজীৰ সান্নিধ্য লাভ কৰি, এটি অধ্যাত্ম জীৱন গঢ়ি তুলি, আত্মপ্ৰতিষ্ঠা লাভ কৰিলে।

১৯৪৬ চনত লোকপ্ৰিয় গোপীনাথ বৰদলৈ মুখ্যমন্ত্ৰী (সেই সময়ত প্ৰধান মন্ত্ৰী) হৈ থকা সময়ত, তেখেতে শিক্ষামন্ত্ৰীৰো দায়িত্ব বহন কৰিছিল। ভাৰতৰ বিভিন্ন প্ৰদেশত কংগ্ৰেছী চৰকাৰে বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন কৰাৰ দৰে অসমতো বৰদলৈদেৱে বুনিয়াদী শিক্ষা প্ৰচাৰৰ কাম হাতত ল'লে। শিক্ষা বিভাগৰ অৱসৰ প্ৰাপ্ত শিক্ষাধিকাৰ মিঃ এ, স্মল মহোদয়ক অসমৰ বুনিয়াদী শিক্ষাৰ অবৈতনিক উপদেষ্টা নিযুক্ত কৰিলে। বুনিয়াদী প্ৰশিক্ষণ ল'বৰ কাৰণে সেৱাগ্ৰাম আৰু দিল্লীৰ জামিয়া মিলিয়া ইছলামিয়ালৈ দুটি দল প্ৰশিক্ষণৰ বাবে পঠালে। ইতিমধ্যে অসমত বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ স্থাপনৰ কাৰণে ছয়খন ঠাই নিৰ্বাচন কৰি ঘৰ-দুৱাৰ নিৰ্মাণৰ কাম আৰম্ভ কৰিলে।

দুয়োটি দলে প্ৰশিক্ষণ লৈ ১৯৪৭ চনৰ এপ্ৰিল মাহত অসম পালেহি। এই প্ৰশিক্ষণ প্ৰাপ্ত লোকসকলক পাঠ্যক্ৰম আদি যুগুত কৰাত আৱদ্ধ ৰাখিলে। মিঃ স্মল চাহাবে ১৯৪৮ চনৰ আৰম্ভণিতে কামৰ পৰা অব্যাহতি ল'লে। লোকপ্ৰিয় বৰদলৈদেৱে সুচাৰু ৰূপে এই বিভাগৰ দায়িত্ব বহন কৰিব পৰা আদৰ্শ আৰু ব্যক্তিত্ব সম্পন্ন শিক্ষাৱিদ বিচাৰি উলিয়ালে। অতি আনন্দেৰে লোকপ্ৰিয় বৰদলৈদেৱে শ্ৰদ্ধেয়া অমল বাইদেউৰ ওপৰত অসমৰ বুনিয়াদী শিক্ষাৰ অবৈতনিক উপদেষ্টাৰ গধুৰ দায়িত্ব অৰ্পণ কৰিলে। নিজৰ দায়িত্বত থকা গঠনমূলক কামৰ লগতে ইয়াকো সামৰি লৈ ভাৰতবাসীলৈ দিয়া বাপুৰ শ্ৰেষ্ঠ অৱদান নঈ তালিম প্ৰচলনৰ কাৰণে বাইদেৱে কঠোৰ পৰিশ্ৰম কৰিবলৈ ল'লে। লগে লগে এনে এগৰাকী নিঃস্বাৰ্থ

আদৰ্শবাদী কৰ্মীক বুনিয়াদী শিক্ষাৰ গুৰিয়াল হিচাবে পাই, প্ৰশিক্ষণ প্ৰাপ্ত লোকসকলৰ মনলৈ উৎসাহ-উদ্দীপনা আহিল, লগতে অসমত বুনিয়াদী শিক্ষাৰ এটি নতুন অধ্যায়ৰ সূচনা হ'ল।

বুনিয়াদী শিক্ষাৰ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই বাইদেৱে তুধনৈ, ৰহা, চতিয়া, তিতাবৰ, উদাৰবন্দ আৰু চিলঙৰ কেন্দ্ৰ পৰিদৰ্শন কৰি কাম কাজৰ প্ৰগতিৰ বুজ ল'লে। সময়মতে ঘৰ-দুৱাৰ নিৰ্মাণৰ কাম কৰিব নোৱাৰা কাৰণে প্ৰশিক্ষণ কেন্দ্ৰসমূহ নিৰ্দিষ্ট সময়ত আৰম্ভ কৰিব পৰা নহ'ল। সুদক্ষা উপদেষ্টা গৰাকীয়ে লোকপ্ৰিয় বৰদলৈদেৱৰ লগত আলোচনা কৰি অস্থায়ী ঘৰ নিৰ্মাণ কৰি হ'লেও অনতিপলমে কেন্দ্ৰকেইটিৰ শুভাৰম্ভ কৰিবলৈ দিনে-ৰাতিয়ে পৰিশ্ৰম কৰি যাবতীয় ব্যৱস্থা হাতত ল'লে। নিৰ্দিষ্ট সময়ত ঘৰৰ কামবোৰ শেষ কৰি দিবলৈও ঠিকাদাৰ সকলক অনুৰোধ জনালে।

মহিলা সকলৰ প্ৰশিক্ষণ কেন্দ্ৰৰ কাৰণে অসমৰ মধ্যস্থান ৰহা নিৰ্বাচন কৰা হৈছিল। এই কেন্দ্ৰটি ৰহাত পাতিবৰ কাৰণে ৺কৰ্মযোগী তুলসীৰাম গগৈদেৱে আৰু প্ৰাক্তন মন্ত্ৰী শ্ৰী মহেন্দ্ৰ নাথ হাজৰিকা-দেৱে কৰা অনুৰোধ বৰদলৈদেৱে ৰক্ষা কৰিছিল। উল্লিখিত ঠাই সমূহত ১৯৪৮ চনৰ ভিতৰতে প্ৰশিক্ষণৰ কাম আৰম্ভ কৰিবলৈ সিদ্ধান্ত হ'ল। ৰহাত অস্থায়ী ভাৱে কেইটিমান ঘৰ সজোৱা হ'ল। ঘৰ-দুৱাৰ সম্পুৰ্ণ হৈ উঠাৰ লগে লগে অক্টোবৰ মাহত অসমৰ বুনিয়াদী শিক্ষাৰ প্ৰশিক্ষণ প্ৰাপ্ত ৬৫ জন পুৰুষ-মহিলা প্ৰশিক্ষকৰ এখনি চাৰিদিনীয়া আলোচনা সভা অনুষ্ঠিত হ'ল। এই সভা আয়োজনৰ দায়িত্ব বাইদেৱে মোৰ ওপৰত অৰ্পণ কৰিলে।

শ্ৰদ্ধেয়া অমল বাইদেউৰ পৰিচালনাত বুনিয়াদী শিক্ষাৰ আহিৰে এখনি মন্ত্ৰীসভা গঠন কৰি বিভিন্ন সামূহিক কামৰ মাজেদি শিৱিৰটো পৰিচালনা কৰা হ'ল। অমায়িক, আদৰ্শৰ প্ৰতীক, উচ্চপদস্থ বিষয়া,

শ্ৰীযুতা বাইদেৱেও শিবিৰাৰ্থী সকলৰ লগতে চাফাই, প্ৰাৰ্থনা, ৰন্ধা-বঢ়া আদি সকলো সামূহিক কামত ভাগ ল'লে। তেখেতৰ অমায়িক ব্যৱহাৰ, প্ৰাণস্পৰ্শী ভাষণ আৰু বুনিয়াদী শিক্ষাৰ প্ৰতি থকা শ্ৰদ্ধাই বুনিয়াদী শিক্ষাৰ প্ৰকৃত কৰ্মী হ'বলৈ সকলোকে প্ৰেৰণা যোগালে। কষ্ট স্বীকাৰ কৰি হ'লেও অস্থায়ী ঘৰতেই বুনিয়াদী প্ৰশিক্ষণৰ কাম আৰম্ভ কৰিবলৈ সকলোৱে সন্মতি জনালে। মোৰ ওপৰত ন্যস্ত কৰা দায়িত্ব পালন কৰি মই কৃতাৰ্থ মানিলোঁ।

সেই সভাৰ সিদ্ধান্ত ক্ৰমে নৱেম্বৰ-ডিচেম্বৰ মাহত ২০/২৫ জনকৈ প্ৰশিক্ষাৰ্থীক লৈ কেন্দ্ৰকেইটি বাইদেউৰ আপ্ৰাণ চেষ্টাত অস্থায়ী ঘৰতে অনানুষ্ঠানিক ভাৱে আৰম্ভ কৰা হয়। ৰহাত মহিলা কেন্দ্ৰ এটি গগৈদেৱে বুনিয়াদী শিক্ষাৰ আৰ্হিৰে ১৯৪১-৪২ চনতে প্ৰতিষ্ঠা কৰিছিল। সেইখন আছিল— "ৰহা আদৰ্শ বালিকা বিদ্যালয়"। সেই বিদ্যালয় প্ৰাঙ্গনতেই অস্থায়ী ভাৱে নিৰ্মাণ কৰা খেৰৰ ঘৰতে ৬ ডিচেম্বৰ তাৰিখে প্ৰাৰ্থনা, চাফাই, বয়ন আদি পাঠ্যক্ৰম চলি থকা এই বিদ্যালয় খন বুনিযাদী প্ৰশিক্ষণ কেন্দ্ৰৰ অভ্যাসন বিদ্যালয়লৈ ৰূপান্তৰিত কৰিলে। বাইদেৱে গগৈদেৱৰ সপোন দিঠকত পৰিণত কৰিলে। লগতে তেখেতক এই অনুষ্ঠানটিৰ প্ৰধান শিক্ষকৰ পদত থাকিবলৈ অনুৰোধ জনালে। কেন্দ্ৰটিৰ অভিভাৱক ৰূপে থাকিবলৈও তেখেতক দায়িত্ব অৰ্পণ কৰিলে। প্ৰকৃত দেশসেৱক এজনক তেখেতৰ মহৎ কাৰ্য্য এটিৰ স্বীকৃতিৰে সন্মান প্ৰদৰ্শন কৰি এই গৰাকী বিদুষী মহিলাই নিজৰ মহানুভৱতা প্ৰকাশ কৰিলে।

১৯৪৮ চনৰ জানুৱাৰী মাহত গগৈদেৱৰ অনুৰোধ ক্ৰমে লোকপ্ৰিয় বৰদলৈদেৱে ৰহাত প্ৰশিক্ষণ কেন্দ্ৰটি আৰু লগতে আদৰ্শ বালিকা বিদ্যালয়খন অভ্যাসন বিদ্যালয় ৰূপে গঢ়ি তোলাৰ প্ৰস্তুতি চলাবলৈ মোক গুৱাহাটীৰ পৰা ৰহালৈ পঠাই দিলে। এই সুযোগতে

ময়ো প্ৰাণপণে অনুষ্ঠানটি গঢ়াত মনোনিৱেশ কৰিলোঁ।

এই চনৰে এটি শুভদিনত পুৱাবেলা হাতত চাকাই কামৰ সজুলি লৈ কাম কৰি থকা অৱস্থাতে শ্ৰদ্ধেয়া বাইদেৱে বাবা আৰ্য্য নায়কমজী আৰু মা আশাদেৱী আৰ্য্যনায়কমজীক লৈ পদাৰ্পণ কৰিলেহি। কোনো খবৰ বাতৰি নিদিয়াকৈ এনেদৰে এই দুগৰাকী বুনিয়াদী শিক্ষাদানৰ ৰূপদাতাক লৈ অহা বাবে মই কিছু অপ্ৰস্তুত হৈছিলোঁ। কিন্তু বাইদেৱে তেখেতৰ মিচিকীয়া হাঁহিৰে নম্ৰসুৰত ক'লে "কটকী, কিয় বেয়া পাইছে, বুনিয়াদী শিক্ষাৰ কৰ্মীসকলক পৰিদৰ্শনৰ প্ৰস্তুতিৰ বাবে আগতীয়া খবৰ দিব নালাগে নহয়! যেনে ধৰণে চলি আছে, তেনে ৰূপতেই দৰ্শক সকলে দেখিবহি লাগে।"

বিদ্যালয়ৰ কাম-কাজ খিনি দেখি দুয়োগৰাকী শিক্ষাৱিদে সন্তোষ প্ৰকাশ কৰিলে। পূজনীয়া বাইদেউৰ সেই মৰ্মস্পৰ্শী ৱাণীকেই মূলধন হিচাবে লৈ বুনিয়াদী শিক্ষা বিভাগত থকা কালত অসমৰ বুনিয়াদী-প্ৰশিক্ষণ কেন্দ্ৰ আৰু বুনিয়াদী বিদ্যালয় সমূহৰ সংগঠন আৰু ৰূপদানত নিজকে বিলীন কৰি অপাৰ আনন্দ লাভ কৰিলোঁ। এই দিনটোৰ মধুৰ স্মৃতি আজিও চিৰসেউজ হৈ আছে।

বুনিয়াদী শিক্ষা বিভাগৰ দৃঢ়প্ৰতিজ্ঞ এই উপদেষ্টা গৰাকীয়ে ১৯৪৯ চনৰ ৭ মাৰ্চ তাৰিখে প্ৰশিক্ষণ কেন্দ্ৰ কেইটিৰ আনুষ্ঠানিক ভাৱে উদ্বোধন কৰিবলৈ সিদ্ধান্ত কৰিলে। তেখেতে ৰহা প্ৰশিক্ষণ কেন্দ্ৰৰ উদ্বোধনৰ কাৰণে লোকপ্ৰিয় বৰদলৈ মহোদয়ক উদ্বোধক আৰু সভাপতিত্ব কৰিবৰ বাবে লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাক লগত লৈ আহিল। সেই সময়লৈকে ঘৰৰ ওপৰত টিনপাত লগোৱা হোৱা নাছিল যদিও স্থায়ীঘৰৰ কোঠা এটিত গাম্ভীৰ্য্যপূৰ্ণ পৰিৱেশত 'ঘৃতবন্তি' এগচি প্ৰজ্জ্বলন কৰি অসম মাতৃৰ কৃতি সন্তান বৰদলৈদেৱে তেখেতৰ মধুৰ সপোন দিঠকত পৰিণত কৰিলে। লগে লগে অসমত বুনিয়াদী

শিক্ষাৰ শুভাৰম্ভ হ'ল। শ্ৰদ্ধেয়া বাইদেউৰ এটি গধুৰ দায়িত্ব পাতল হৈ আহিল আৰু পৰিশ্ৰমো সাৰ্থক হ'ল।

কেন্দ্ৰটিৰ সংগঠনৰ দায়িত্ব শেষ হোৱাত সভাৰ শেষত মোক মোৰ কেন্দ্ৰ তুধনৈলৈ বদলি কৰিবৰ বাবে বাইদেউক অনুৰোধ জনালোঁ। শ্ৰদ্ধেয়া বাইদেৱে এটি হাঁহি মাৰি উত্তৰ দিলে— "কটকী, ছোৱালীখিনিক এৰি ক'লৈ যায় ? ওচৰতে থকা মোৰ চিৰ নমস্য লোকপ্ৰিয় মহোদয়ে গহীনাই মাত লগালে, "তই বাহিৰখন আৰু দেৱবালাইঁতে (শ্ৰীমতী দেৱবালা দেৱী, অধ্যক্ষা) ভিতৰখন চম্ভালক।" এটি সম্মোহনী শক্তি মোৰ শৰীৰেদি প্ৰবাহিত হ'ল। এই শক্তিয়েই মোৰ নতুন জীৱন গঢ়ি তোলাৰ সহায়ক হ'ল।

১৯৫০ চনৰ ৫ আগষ্ট তাৰিখে অসমৰ ভোটাতৰা স্বৰূপ লোকপ্ৰিয় বৰদলৈদেৱক নিষ্ঠুৰ নিয়তিয়ে হৰি নিলে। চৰকাৰৰ ব্যয় সঙ্কোচন নীতিৰ বাবে বুনিয়াদী শিক্ষা প্ৰসাৰতো বাধা পৰিল। চৰকাৰী কাম-কাজত বাধ্য-বাধকতা আৰু নানান অসুবিধাৰ কাৰণে আদৰ্শ ৰক্ষা কৰি মুকলিমুৰীয়াকৈ কাম কৰাত যথেষ্ট অসুবিধাৰ সন্মুখীন হ'ব লগাত পৰিল। শ্ৰদ্ধাভাজন বৰদলৈদেৱৰ মনোবাঞ্ছা পূৰ্ণ কৰি বুনিয়াদী শিক্ষাৰ বুনিয়াদ প্ৰতিষ্ঠা কৰি দিয়াৰ পিচত, চৰকাৰে অশেষ চেষ্টা কৰিও এই কৰ্ত্তব্যনিষ্ঠ উপদেষ্টা গৰাকীক বিভাগত ৰাখিব নোৱাৰিলে। এটি যাউতীযুগীয়া কীৰ্ত্তি ৰাখি বাইদেৱে স্বইচ্ছাই এই পদ ত্যাগ কৰিলে। তেখেতৰ কামত সহায় কৰি বুনিয়াদী শিক্ষাৰ ৰূপদানত দেহে-কেহে লাগি থকা শিক্ষাৱিদ শ্ৰদ্ধাভাজন ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁইদেৱৰ ওপৰত চৰকাৰে এই দায়িত্ব অৰ্পণ কৰিলে।

অসমৰ পৰ্বত-ভৈয়ামৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ সমূহত আৰু চিলঙত থকা প্ৰধান কাৰ্য্যালয়ত বাইদেউৰ এই বিভাগত বহুসংখ্যক বয়সীয়া, সমবয়সীয়া আৰু কেবাজনো অৱসৰ প্ৰাপ্ত বৃদ্ধলোকে, অধ্যক্ষ,

অধ্যক্ষা, উপদেষ্টা আৰু কাৰ্য্যালয় সহায়ক হিচাবে কাম কৰিছিল। বাইদেৱে তেখেতৰ সুদক্ষ প্ৰশাসন, সুদক্ষ পৰিচালনা, অমায়িক ব্যৱহাৰ, মধুৰ সম্ভাষণ, সকলোৰে প্ৰতি সমভাৱ আৰু অটল বিশ্বাস, কৰ্ত্তব্য নিষ্ঠা, উৎসাহ-উদ্দীপনা, মৰম-চেনেহ আদি গুণৰাজিৰে কৰ্মী-সকলক মুগ্ধ কৰি ৰাখিছিল। সেয়ে কৰ্মী সকলেও তেখেতক নিজ পৰিয়ালৰ এগৰাকী বাইদেউ বুলি শ্ৰদ্ধা কৰিছিল।

বুনিয়াদী শিক্ষা বিভাগৰ পৰা অব্যাহতি ল'লেও ১৯৫৩ চনত তিতাবৰত অনুষ্ঠিত অখিল ভাৰত বুনিয়াদী শিক্ষা সম্মিলনত কস্তুৰবা ট্ৰাষ্টৰ গোটেই পৰিয়াল লগত লৈ বাইদেৱে সক্ৰিয় অংশ গ্ৰহণ কৰে। ৰন্ধন শালা, অতিথি অভ্যৰ্থনা আদিত বাইদেউ ব্যস্ত আছিল। অসমৰ বুনিয়াদী শিক্ষাৰ এসময়ৰ অবৈতনিক উপদেষ্টা গৰাকী শিৱিৰৰ বাৰান্দা এখনতে চাৰি-পাঁচ দিন থাকি যেনেদৰে কোনো কষ্টলৈ ভ্ৰূক্ষেপ নকৰি, স্বভাৱ সুলভ হাঁহিটিৰে সকলোৰ লগত মিলিজুলি কটাই দিছিল, তালৈ লক্ষ্য কৰি মই তেতিয়া ভাৱিছিলো— উচ্চ চিন্তা আৰু সৰল জীৱন যাপন কৰা লোকৰ এয়েই পৰিচয়।

মোৰ আলোচনা অপ্ৰাসঙ্গিক হলেও কেইটামান কথাৰ উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। চৰকাৰী কামত থাকিলেও অসমৰ সৰ্বোদয় সম্মিলন সমূহত যোগদান দিয়াৰ সৌভাগ্য ঘটিছিল। মঙ্গলদৈৰ জলজলি, নগাৱঁৰ কপাহেৰা, কোকৰাঝাৰৰ তিতাগুৰি, বৰপেটাৰ নগাওঁ, গুৱাহাটীৰ সাতগাওঁ, যোৰহাটৰ ককিলামুখ আদিত অনুষ্ঠিত সৰ্বোদয় সম্মিলন সমূহত অংশগ্ৰহণ কৰিছিলোঁ। এই সকলো সম্মিলনতে সৰ্বোদয় সমাজৰ একনিষ্ঠ কৰ্মী শ্ৰদ্ধেয়া বাইদেউৰ ৰচনাত্মক কামৰ সংগঠন শক্তি, নিখুট পৰিচালনা, সহকৰ্মী সকলৰ লগত সহ-যোগিতা, কষ্ট-সহিষ্ণুতা, নম্ৰতা, নিৰ্ভয়তা আদি গুণসমূহ দেখি তন্ময় হৈছিলোঁ। এই গুণ ৰাজিয়ে বাইদেউক সমগ্ৰ ভাৰতবৰ্ষৰ নেতৃত্ব

বহন কৰাত ইন্ধন যোগাইছে। জ্ঞান আৰু কৰ্মযোগৰ সমন্বয় সাধন কৰি এগৰাকী মহীয়সী ৰূপে আত্মপ্ৰতিষ্ঠা কৰা বাইদেউক লৈ আমি সঁচাকৈয়ে গৌৰৱান্বিত।

ঐশ্বৰ্য্য-বিভূতি, ৰাজসন্মান, ভোগ-বিলাস, বিষয়-বাসনাকো হেয় জ্ঞান কৰি দেশৰ কাৰণে প্ৰাণ উচৰ্গা কৰা মোৰ অতি শ্ৰদ্ধাৰ বাইদেউলৈ পবিত্ৰ জন্ম-জয়ন্তীৰ শ্ৰদ্ধা-ভক্তি নিবেদন কৰিলোঁ। পূজনীয়া বাইদেউৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘজীৱন কামনা কৰিলোঁ।

- 0 –

# বিভিন্ন অনুষ্ঠানৰ মাজেদি অমল বাইদেউ

—কেশৱ শইকীয়া

পাণবজাৰৰ ঘৰখনত : ১৯৫০ চনৰ পাচৰ কথা। আমি তেজপুৰ চতীয়া শলালগাঁৱৰ পৰা গুৱাহাটীলৈ আহিবলৈ আজিকালিৰ দৰে যাতায়াতৰ ইমান সা-সুবিধা নাছিল। ব্ৰহ্মপুত্ৰৰ পানীয়েদি জাহাজত অহাৰ বাহিৰে সহজ উপায় নাছিল। বাচেৰে আহিব লগা হলেও বহুত জোৰা-তাপলি মাৰিহে আহিব পাৰিছিলোঁ। যেনে-তেনে বগুৱাবাই সেই বছৰৰ চেপ্তেম্বৰ মাহত গুৱাহাটী পালোহি। আহি পায়েই পাণবজাৰৰ ডাঃ হৰিকৃষ্ণ দাস দেৱৰ ঘৰ পালোগৈ। আজিকালি সেইখন ঘৰ "ডাঃ হৰিকৃষ্ণ দাস সোঁৱৰণী পুথিঘৰ"ত পৰিণত হ'ল। সেই সময়ত সেইখন ঘৰ সকলোপ্ৰকাৰৰ জ্ঞান-ভাণ্ডাৰ বুলি আখ্যা দিব পাৰি।

আমি গুৱাহাটীলৈ আহিয়েই জানিব পাৰিলোঁ যে, ভূমিকম্পৰ কাৰণে লক্ষীমপুৰ জিলাত যি অপূৰণীয় ক্ষতি হৈ গ'ল, সেই লৈ অমলপ্ৰভা দাস বাইদেউ চিন্তিত আৰু সাহায্যৰ কামত ব্যস্ত। তথাপি ডাঃ হৰিকৃষ্ণ দাস দেউতাৰ মৰম-স্নেহ, শ্ৰীযুতা অমলপ্ৰভা দাস বাইদেউৰ মাতৃসুলভ আচৰণ, কুৰ্মদৃষ্টিৰ চাৱনি আজিও মনত আছে। সেইখন ঘৰ আমি আহি দেখা সময়ত এখনি বিদ্যালয়ৰ নিচিনা আছিল। আমি যেতিয়াই কিবা উপায় বিচাৰি যাওঁ, তেতিয়া কিবা নহয় কিবা এটা দিহা পাওঁৱেই।

কেতিয়াবা গৈ দেখোঁ দেউতা আৰু বাইদেৱে নাৰ্চৰ ট্ৰেনিং লৈ

থকা সেৱিকা সকলৰ লগত সূত্ৰ-যজ্ঞ কৰি আছে, কেতিয়াবা দেখোঁ প্ৰাৰ্থনা কৰি আছে, কেতিয়াবা দেখো বাঁহৰ সৰু ধুনকিত কপাহ ধুনি আছে, কেতিয়াবা দেখোঁ তুনাই কৰি আছে। তদুপৰি ঘৰুৱা অন্যান্য চাফাই আদি কামতো আছেই। আমি এইবোৰ কাৰ্য্যৰ দ্বাৰা জীৱনৰ কাৰণে পাহৰিব নোৱাৰা প্ৰেৰণা পালোঁ।

তেতিয়া আছিলো চফল ডেকা ; এতিয়া চুলি পকিল। কিন্তু তেতিয়াৰ পৰা এতিয়ালৈ অমল বাইদেৱে আমাক কোনো কথাত নিৰ্দেশ দিয়া মনত নপৰে, সদায় সকলো কাম মৰম চেনেহৰ সুৰতে কৰিবলৈ কয়। আমিও সেইবাবে আমনি আৰু ভাগৰ নলগাকৈ কাম কৰি আনন্দ পাওঁ। ঘৰখনেই যে প্ৰকৃত বিদ্যালয় আৰু মাক-দেউতাকেই যে প্ৰকৃত শিক্ষক, সেইখন ঘৰৰ পৰাই আমি ভালকৈ জানিলোঁ।

শৰণীয়া আশ্ৰমত : শৰণীয়া আশ্ৰমত থকা গান্ধীঘৰ চাবলৈ আমি সেইদিনা প্ৰথম ওলাইছোঁ। সেইদিনা আশ্ৰমলৈ অসমৰ ৰাজ্যপাল জয়ৰাম দাস, দৌলতৰামো আহিছে। কিন্‌কিনীয়া বৰষুণ। সোমায়েই দেখিছোঁ, প্ৰত্যেকৰে মূৰত একোটাকৈ জাপি। শ্ৰদ্ধেয়া অমল বাই-দেউকো দেখিছোঁ জাপি লৈ ইফালে-সিফালে বিভিন্ন কামত ব্যস্ত। মিটিং শেষ হোৱাৰ পিচত ঘূৰি-পকি চাই দেখিলোঁ, এখন গৰুগাড়ী আৰু ওচৰত নাঙল-জুৱলীও আছে। সজুলিবোৰ দেখি গাঁৱলৈ মনত পৰাটো স্বাভাৱিক। তাৰ পিচত গান্ধীঘৰ চাবলৈ গলোঁ। গাঁৱৰ মানুহৰ দ্বাৰা বাহ, খেৰ, ইকৰাৰে সহজতে সাজিব পৰা সহজ-সৰল ঘৰটো। এই বস্তুবিলাকৰ ওপৰত মহত্ব দিয়া মানে গাঁৱক যে মহত্ব দিয়া হৈছে, সেইটো বুজিবলৈ আৰু বাকী নাথাকিল। মনতে এনেকুৱা ভাব হ'ল যে, গান্ধীজীয়ে এনেকুৱা ঘৰত থাকিয়েই যদি বিশ্ব শান্তিৰ কাম কৰিব পাৰে, তেনেহলে আমিনো এনেকুৱা ঘৰত থাকি গাঁৱৰ কাম কৰিব নোৱাৰিম কিয় ? তাৰ পিচত কুটিৰ উদ্যোগ, গ্ৰামোদ্যোগ আৰু ঘৰুৱা উদ্যোগৰ প্ৰদৰ্শনি দেখি আমাৰ সকলোৰে উৎসাহ দুগুণে বাঢ়িল।

চান্দমাৰী আশ্ৰমত : চান্দমাৰী আশ্ৰমৰ জৰিয়তে ডাঃ হৰিকৃষ্ণ-দাস দেউতা আৰু শ্ৰীযুতা অমলপ্ৰভা দাস বাইদেউৰ পৰা পোৱা প্ৰেৰণাবোৰৰ কথা জীৱনত কেতিয়াও পাহৰিব নোৱাৰোঁ। দেউতা, বাইদেউ যেতিয়াই চান্দমাৰী আশ্ৰমলৈ আহে তেতিয়াই, ৰুবৰ কাৰণে কেইটামান গছপুলি লৈ আহিবই। বাইদেৱে সেই পুলিকেইটা হাতত লৈ হাঁহি হাঁহি আমাৰ হাততে দিয়েহি। চান্দমাৰীত থকা চৈধ্যবিঘা মাটিত খৈৰা, সোঁৰা, বগৰী আদি অনেক গছ ঠাহ খাই আছিল। দেউতাৰ পৰামৰ্শ আছিল এই গছবিলাকৰ পৰিবৰ্ত্তে মহানিম, নাৰিকল, নেমু, কপাহ, অনাৰস, কল আদি ফল-মূলৰ উপৰিও খৰিৰ গছ কিছুমান ৰুব লাগে।

সেই সময়ত এজন উদীয়মান খেতিয়ক আছিল চামতাৰ শ্ৰীখগেন কাকতীদেৱ। তেখেত খেতিৰ এজন বিশেষজ্ঞ লোক আছিল। উপযুক্ত দিহা পৰামৰ্শ লবলৈ তেখেতৰ ওচৰলৈ যোৱা হ'ল। কাকতী-দেৱ নিজে চান্দমাৰীলৈ আহি আমাক বিভিন্ন ফল-মূলৰ গছ ৰুবলৈ দিহা দিছিল। সেই মতে আমিও আগৰ গছবিলাক উঠাই দি তেখেতৰ পৰামৰ্শ মতে নতুন কাম আৰম্ভ কৰিলোঁ।

ডাঃ হৰিকৃষ্ণ দাস আৰু অমল বাইদেউৰ ইচ্ছা গাঁৱৰ পৰা ল'ৰা আনি সমাজৰ উপযোগী কৰি শিক্ষা দি পুনৰ গাঁৱলৈ পঠাই গাঁৱক সৰ্বতো প্ৰকাৰে স্বাৱলম্বী কৰি তোলা। সেই বাবে আমাৰ আশ্ৰমলৈ অহা ল'ৰাই যাতে সকলো কাম ভালকৈ খৰচি মাৰি শিকে আৰু গাঁৱক—আত্মনিৰ্ভৰশীল কৰে, তাৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল। সেই সময়ৰ এবছৰৰ এটা উদাহৰণ দিলে কথাটো স্পষ্ট হ'ব।

সেই বছৰত অসমৰ বিভিন্ন ঠাইৰ বাৰজন ল'ৰা গ্ৰামসেৱাৰ প্ৰশিক্ষণৰ বাবে লোৱা হৈছিল। মাজ ভাগতে কেইজন মান ল'ৰাৰ টাইফইদ জ্বৰ আৰম্ভ হ'ল। দেউতা ডাঃ দাসে কেনেকৈ থাৰ্মোমিটাৰ চাব লাগে, চাৰ্টত কেনেকৈ বহুৱাব লাগে, পাৰা কেনেকৈ নমাব

লাগে, ইত্যাদি সকলো কথা শিকাই দিলে। থাৰ্মোমিটাৰ কেতিয়াও চুই নোপোৱা, হাল-কোৰ কুঠাৰ ধৰা হাতত পৰি পাৰা নমাওঁতেই পিচলি পৰি সেই দিনাই থাৰ্মোমিটাৰ ভাঙি থাকিল। কথাটো দেউতাক জনালোঁ। অন্য এটা থাৰ্মোমিটাৰ কিনি নিবলৈ দিলে। কি দুৰ্ভাগ্য অন্যদিনা খুটাত লাগি সেইটোও ভাঙি থাকিল। এইবাৰো দেউতাক জনোৱা হ'ল। আকৌ অন্য এটা থাৰ্মোমিটাৰ কিনিবলৈ দিলে। এইবাৰনো কিমান মজবুদ থাৰ্মোমিটাব আহিছে ল'ৰাই খুলি চাওঁতেই সেইটোও ভাঙিল। তিনিবাৰ এইদৰে থাৰ্মোমিটাৰ ভঙাৰ পিচত এইবাৰ দেউতাক এইকথা জনাবলৈ বেয়া লাগিছে। কিন্তু নজনালেও নহ'ব; কাৰণ পিচদিনা জ্বৰৰ খবৰ দিবই লাগিব। ভাবিচিন্তি সময়মতে খবৰটো দেউতাক জনালোঁ। এইবাৰ দেউতাই অলপ হাঁহিমুখেৰে সুধিলে— "এওঁবিলাকে থাৰ্মোমিটাৰ সম্পৰ্কে অলপ জানিছেনে!" মই জানিছে বুলি কোৱাত দেউতাই সন্তোষৰ ভাৱ প্ৰকাশ কৰি ক'লে—"তেনেহলে আমাৰ থাৰ্মোমিটাৰ নাইভঙা বুলি ধৰিবা। কামৰ সময়ত দা, কুঠাৰ ভাঙিলে কথা নাই। এনেয়ে পৰি থাকি মামৰে নষ্ট কৰিলেহে লোকচান হৈছে বুলি ধৰিবা।" এই বুলি কৈ আৰু এটা থাৰ্মোমিটাৰ কিনি নিবলৈ দিলে। সৌভাগ্য ক্ৰমে আটাই কেইজন ৰোগীয়েই আৰোগ্য লাভ কৰিলে। এইধৰণে শিক্ষা দিয়াই আছিল দেউতাৰ পদ্ধতি। মনতে তেতিয়া ভাবিছিলোঁ যি গৰাকী বাইদেউৰ দেউতাকেই এনে শিক্ষা পদ্ধতিৰ গুৰিয়াল আছিল সেই গৰাকী বাইদেৱে সকলো বিষয়তে আমাক মাৰ্গদৰ্শন দি আগবঢ়াই নিব নোৱাৰিব কিয়?

বিভিন্ন অনুষ্ঠানৰ মাজেদি শ্ৰীযুতা অমল বাইদেউক মই কেনে ধৰণে পালোঁ আৰু তাক নিজৰ জীৱনত কেনেদৰে খটাবলৈ চেষ্টা চলাই আছোঁ তাৰ সামান্য অনুভৱ আগবঢ়ালোঁ আৰু অমল বাইদেউৰ দীৰ্ঘজীৱন কামনা কৰিলোঁ।

# শ্ৰদ্ধেয়া শ্ৰীযুতা অমলপ্ৰভা দাস বাইদেউৰ সান্নিধ্যত

—শ্ৰীৰেণুপ্ৰভা শইকীয়া

পূজ্যা বাইদেউক মই প্ৰথম দেখা পাওঁ স্বাধীনতা আন্দোলনৰ নেতা, চাৰিঙৰ ৺দুৰ্গানাথ কাকতীৰ ঘৰত ১৯৩৯ চনত। মই তেতিয়া চাৰিং ৰাধা ফুকন হাইস্কুলত পঢ়ি আছিলো।

তাৰ পিচত বহুত দিন বাইদেউক দেখা নাছিলো। ১৯৪১ চনত পূজ্যা বাইদেউ চাৰিং তেলিয়াল গাঁৱৰ আমাৰ ঘৰলৈ, বাতি ৺শঙ্কৰ চন্দ্ৰ বৰুৱা, ৺দুৰ্গানাথ কাকতী প্ৰমুখ্যে আৰু বহুতো নেতা, স্থানীয় পুৰুষ-মহিলাৰ লগত যায় আৰু আমাৰ ঘৰতে থাকি স্বাধীনতা আন্দোলনৰ বিষয়ে সকলোৰে লগত চৰ্চ্চা কৰে। তেতিয়াৰ পৰা পূজ্যা বাইদেউৰ প্ৰতি এনে এটা শ্ৰদ্ধা জন্মিল, যাক বৰ্ণনা কৰি লিখিব নোৱাৰো। আমাৰ বৌটিয়েও বাইদেউক বৰ শ্ৰদ্ধা মৰম কৰিছিল আৰু এতিয়াও বাইদেউৰ কথা কৈ থাকে আৰু চাবলৈ মন কৰে।

বাইদেউ আমাৰ ঘৰৰ পৰা অহাৰ সময়ত আমাৰ বৌটিক কৈছিলো, 'মইয়ো লগত যাওঁ, গাঁৱে গাঁৱে মিটিং হ'ব। বাইদেৱে তেতিয়া মোৰ মূৰত হাত ফুৰাই কোমল মাতেৰে ক'লে 'তুমি এতিয়া সৰু হৈ আছা যাব নেলাগে। বৌটিৰ লগতে কাম কৰিবা।' লগত

যাবলৈ মানা কৰাত মই কন্দা দেখি মোমাইদেৱে চাৰিওলৈকে মোক লগত লৈ গ'ল। তেতিয়া বাইদেৱে মোক ক'লে 'তুমি মামাৰাৰ লগতে ঘৰলৈ যোৱাগৈ। পিচত আৰু বহুত মানুহ আহিব, বহুত ঠাইলৈ যাব, তেতিয়া যাবা। তোমালোকে দেশৰ হকে কাম কৰিব লাগিব।' মোৰ তেখেত সকলৰ লগত যোৱা মনৰ হাবিয়াস মনতে বৈ গ'ল। মাজে মাজে মোমাইদেউ, ৺দদাইদেউ আৰু ৺খগেন বৰবৰুৱা আদিয়ে মোক বিভিন্ন ঠাইলৈ লৈ যায়।

বাইদেউৰ আশীৰ্বাদতেই নেকি ক'ব নোৱাৰো, তাৰ পিচত ১৯৪১ চনৰ আন্দোলনত যোগদান কৰি ডেৰ বছৰ শ্ৰীযুতা সুধালতা দত্ত, ৰেৱতী দাস, হেমলতা বেজবড়া, ঘনকান্তি ফুকন, স্বৰ্ণলতা বৰুৱা আদি বিভিন্ন জিলাৰ মহিলা সকলৰ লগত পলাতক হিচাবে বিভিন্ন জিলালৈ গৈ গাঁৱে গাঁৱে স্বেচ্ছাসেৱক বাহিনী গঠন কৰাৰ কামত লাগিলো।

সত্যাগ্ৰহী সকলক আগবঢ়াই দিয়া কাম কৰি বৰ ভাল লাগে। কাৰণ মালা পিন্ধাবলৈ পাওঁ, ধনে-জনে-মনে-প্ৰাণে কোনো ৰকমেই বৃটিছ চৰকাৰক সহায় নকৰিবা আদি শ্লোগান দিবলৈ পাই বৰ ভাল লাগে। ১৯৪৫ চনত সমাজ কৰ্মী শ্ৰীযুত মাণিক চন্দ্ৰ শইকীয়াৰ লগত আমাৰ বিয়া হৈ গ'ল। বিয়াৰ পিচত যোৰহাটৰ টিপমীয়া গাওঁ, কলাখোৱা, হেজাৰী মৌজা আদিত আমি দুয়ো স্কুল খুলি পুৰুষ-মহিলা সকলক শিক্ষাদান কৰা, গাঁৱৰ ৰাস্তা পদূলি বন্ধা, চাফাই কাম, ঘৰে ঘৰে প্ৰস্ৰাৱ পায়খানা, কম্পোষ্ট সাৰৰ গাত খন্দা, গাঁৱৰ পুখুৰী চাফা কৰাই খোৱা পানী আদিৰ ব্যৱস্থা কৰা আদি কাম ৰাইজৰ সহযোগত কৰি আছিলো। যোৰহাটত থাকোতেই মোৰ স্বামী, শ্ৰীযুত মাণিক চন্দ্ৰ শইকীয়াই পূজ্যা বাইদেউলৈ এখন চিঠি, লিখিছিল 'ৰেণুক ৱাৰ্দ্ধালৈ পঠাব লাগে।' বাইদেৱে চিঠিৰ উত্তৰত জনালে, তোমালোকে ভাল কামেই কৰিছা, দুয়ো মিলি-জুলি কাম কৰি থাকা, ৰাইজৰ মৰম পাবা। ৱাৰ্দ্ধালৈ এতিয়া যাব

নেলাগে। পিচত তুয়ো অসমৰ বাহিৰলৈ যাবা।' তাত থাকোতেই ৺বিমলা প্ৰসাদ চলিহাদেৱে আমাক শিৱসাগৰৰ মথুৰাপুৰ আশ্ৰমলৈ লৈ গ'ল। মথুৰাপুৰ আশ্ৰমখন গাঁৱৰ পৰা তিনি মাইল আঁতৰত, অতব্য জঙ্ঘল—বাঘ, ভালুক, গাহৰি, বান্দৰ আদি বনৰীয়া জন্তুৰ বাসস্থান, ডাঙৰ ডাঙৰ সাপ বিলাকৰ পৰাও নিৰাপদে থাকিব নোৱাৰি। ইফালে মেলেৰীয়া বেমাৰত ভুগি সকলো লোক আশ্ৰমৰ পৰা ঘৰলৈ দিহা-দিহি গুচি গ'ল। তাতেই আমাক নি থাকিবলৈ দিলে। গাঁৱৰ মানুহ দিনত আহে, সূতা কটা, লিখা-পঢ়া আদি কাম আশ্ৰমত শিকিবৰ বাবে। ৰাতি হ'লে বাঘ গাহৰি মৰা চিকাৰী বিলাকৰ সাহতে প্ৰাণ ৰক্ষা কৰি থাকো। কিছুদিন থকাৰ পিচত আমাৰো মেলেৰীয়া বেমাৰৰ পৰা প্ৰাণ ৰক্ষা কৰাটো টান হৈ পৰে; তুয়ো শয্যাগত হলো। কাকো কোনেও চাব নোৱাৰা অৱস্থা হয়। গতিকে আমাক শিৱসাগৰৰ কংগ্ৰেছ ভৱনলৈ লৈ আহিল।

৬ মাহৰ পিচঃ কঁহাৰ গাঁৱত এখন খাদী আশ্ৰম খুলিবৰ বাবে ৺চলিহা দেৱে আমাক পৰামৰ্শ দিয়ে আৰু সেই আশ্ৰম উদ্বোধন কৰিবলৈ পূজ্যা বাইদেউক নিমন্ত্ৰণ জনালে। পূজ্যা বাইদেউ আৰু ৺চন্দ্ৰপ্ৰভা শইকীয়ানী বাইদেউ আহিল।

বাইদেউৰ পৰামৰ্শ ক্ৰমেই কঁহাৰ গাঁৱৰ নিবাসী বিশিষ্ট সমাজ সেৱক ৺ইন্দ্ৰেশ্বৰ চুতীয়া দেৱৰ তত্বাৱধানত আৰু শ্ৰীযুত মাণিক চন্দ্ৰ শইকীয়াৰ পৰিচালনাত কহাঁৰ গাঁৱৰ ডেকা-জীয়ৰী-বোৱাৰী সকলক লৈ খাদী আশ্ৰম অনুষ্ঠিত হ'ল। বাইদেৱে তাতো আমাক এই গাঁৱৰ ৰাস্তা-পদূলি বন্ধা, খোৱা পানীৰ ব্যৱস্থা, ঘৰে ঘৰে প্ৰস্ৰাৱ-পায়খানা, ঘৰ সজোৱা, শাক-পাচলি কৰা, ঘৰে ঘৰে বোৱা কটা, আদি স্বাৱলম্বনৰ কাম শিকাবলৈ কোৱাত আমিও মনত নতুন উৎসাহ পাই কামত অগ্ৰসৰ হলো। তেতিয়াই বাইদেৱে আমাক

৺শইকীয়ানী বাইদেউৰ লগত পৰিচয় কৰাই দি মহিলা সংগঠনৰ কাম কৰিবলৈ কয়। গাঁৱৰ বাইজৰ ওপৰত আশ্ৰমৰ কামৰ দায়িত্ব দি, আমি পুনৰ শিৱসাগৰ নগৰলৈ আহিলো যদিও, গাঁৱেই আমাৰ কৰ্মৰ স্থলী কৰি, একাদিক্ৰমে ছয়োঃ তিনি মাহ শিৱসাগৰ জিলাত পদব্ৰজে ভ্ৰমণ কৰি, য'তে ৰাতি হয়, সেই গাঁৱতে থাকি, শিৱসাগৰ জিলা মহিলা সমিতি গঠন কৰা হ'ল। বাইদেউৰ পৰামৰ্শ ক্ৰমেই বিভিন্ন গাঁৱত গঠনমূলক কাম, গাওঁ স্বাৱলম্বনৰ আঁচনি আদি লোৱা হয়। সেই সময়তে শিৱসাগৰৰ গাওঁ-নগৰৰ চুকে-কোণে মহিলা সমিতি গঠন হৈছিল। অসমৰ ভিতৰত সংগঠনৰ কামত শিৱসাগৰেই প্ৰথম হৈছিল। ২৭২ খন সমিতি গঠন হৈছিল।

তাৰ পিচত বাইদেউৰ নেত্ৰীত্বত শিৱসাগৰত ভূদান আন্দোলনত কাৰ্য্যক্ৰম চলিল। আশাদেবী আৰ্য্য নায়কম, বিমলা ঠক্কৰ, শঙ্কৰাও-দেউ আদি নেতা সকলো আহিল। তেতিয়াও বাইদেউৰ পৰামৰ্শ ক্ৰমেই সাঁধ্যানুসৰি ভূদানৰ কামত আত্মনিয়োগ কৰিলো।

১৯৬০/৬১ চনত পূজ্য বিনোবাজীৰ অসম পদাৰ্পণত বাইদেউৰ পৰামৰ্শ ক্ৰমেই পূজ্য বাবাৰ মাৰ্গদৰ্শনত অসম-যাত্ৰাত ভূদান-গ্ৰামদান আন্দোলনত সক্ৰীয় অংশ গ্ৰহণ কৰি, বাবাৰ নিৰ্দ্দেশ আৰু বাইদেউৰ পৰামৰ্শ ক্ৰমে শিৱসাগৰত মহিলা শান্তি সেৱিকা প্ৰশিক্ষণ আদি শিবিৰ কৰি, সেৱিকা মণ্ডলী গঠন কৰি, ভূদান, গ্ৰামদান আদি বিভিন্ন গঠন-মূলক কামত মহিলা সকল অগ্ৰসৰ হৈছিল।

শিৱসাগৰ মহকুমাত বিনোবাজীৰ পদযাত্ৰাত কেইটামান বাহৰত বাইজে ভুল পৰিচালনা কৰি আমাৰ কাৰ্য্যক্ৰমত ব্যাঘাট জন্মাবলৈ চেষ্টা চলাইছিল। সেই সময়ত আমাৰ কাৰ্য্যকৰ্ত্তা সকল বিভিন্ন কাৰ্য্য-ক্ৰমত ব্যস্ত থকাত বিশেষ ভাৱে মোৰ ওপৰতেই শিবিৰ সমূহৰ আগতীয়া-পিচতীয়া প্ৰস্তুতিৰ দায়িত্বৰ ভাৰ পৰিছিল। বাইদেউ বাবাৰ

লগতে সকলো সময়তে থাকিব লগীয়া হয়; যিহেতু বিভিন্ন লোক সকল আহি কাৰ্যক্ৰমৰ বিষয়ে প্ৰশ্ন কৰি থাকে আৰু ভাৰতৰ বাহিৰৰ বহুতো লোকেই সেই সময়ত বাবাৰ মাৰ্গদৰ্শন লবলৈ আহিছিল। এদিন হঠাতে প্ৰাৰ্থনা সভাত বাইজৰ এজনে আহি বাবাক ক'লেহি কাইলৈ শিবিৰ আগৰ কাৰ্য্যসূচীমতে নহয়, আমাৰ অঞ্চলতহে হ'ব। উক্ত শিবিৰ দুদিন পিচত আছিল। মই প্ৰাৰ্থনা সভাত নাছিলো। পিচদিনাৰ শিবিৰ প্ৰস্তুতিৰ কামত সেই ঠাইলৈ গৈছিলো। বাবাই শিৱসাগৰৰ প্ৰতিটো শিবিৰতে ৫ খনকৈ গ্ৰামদান কৰিব লাগিব বুলি কোৱাত বিশেষ ভাৱে গ্ৰামদান লোৱাৰ কাম কৰিব লগীয়া হৈছিল।

১৯৬২ চনত বাইদেউৰ মাৰ্গদশনতেই ভাৰত তথা বিশ্ব বৰেন্য নেতা সকলৰ লগত চীনা আক্ৰমণৰ সময়ত শান্তি-যাত্ৰাত যোগদান কৰিবলৈ সুবিধা পাইছিলো। ১৯৬৩ চনত বাইদেউৰ পৰামৰ্শ ক্ৰমেই ডিব্ৰুগড় আৰু শিৱসাগৰ জিলাত মহিলা শান্তি সেনা লগত লৈ ভূদান-গ্ৰামদান, মাদকদ্ৰব্য নিবাৰণৰ অভিমান চলাই মনত নতুন প্ৰেৰণা আৰু গাঁৱৰ বাইজৰ পৰা উৎসাহ পাই কামত অগ্ৰসৰ হৈছিলো।

বাইদেউৰ নিৰ্দ্দেশ ক্ৰমেই আমি দুয়ো বম্বেৰ বাৰদলিত হোৱা ভূদান-গ্ৰামদাম চেমিনাৰত যোগদান কৰিবলৈ সুবিধা পাই মনত অসীম উৎসাহ প্ৰেৰণা পাইছিলো।

বাইদেউৰ পৰামৰ্শ লৈ ১৯৭৩ চনত কতৃপক্ষৰ লগত যোগাযোগ কৰি প্ৰথম শিৱসাগৰত গড়গাও সৰ্বোদয় আশ্ৰমতে ৩৫০ গৰাকী মহিলাক প্ৰশিক্ষণ আদি দিয়াই কাৰ্য্যক্ৰম হাতত লোৱা হ'ল আৰু মহিলা সকলেও প্ৰশিক্ষণত নতুন প্ৰেৰণা আৰু উৎসাহ পাই এমাহ মাদকদ্ৰব্য নিবাৰণৰ অভিযান চলাই ফলৱতী হোৱাত সেই উৎসাহ, প্ৰেৰণাৰে মহিলা সকলে মাদকদ্ৰব্য নিবাৰণকে মুখ্য হিচাবে লৈ বিভিন্ন পৰ্য্যায়ত গাওঁ সংগঠনৰ কাম কৰি আছে।

ইয়াৰোপৰি বিভিন্ন সময়ত হোৱা গঠনমূলক কৰ্মী সন্মিলন সমূহত বাইদেউৰ পৰামৰ্শমতেই যোগদান কৰিবলৈ পাইছিলো। ৰামপুৰত হোৱা গঠনমূলক কৰ্মী সন্মিলনতো যোগদান কৰিবলৈ সুবিধা পাইছিলো। এইদৰে সকলো সময়তে যেতিয়া যি মুহূৰ্ত্তত যি কামৰ নিৰ্দ্দেশ বাইদেৱে দিয়ে, তাক কৰি যাওঁ।

ভাষা আন্দোলনৰ সময়ত বাইদেউৰ পৰামৰ্শ ক্ৰমে আৰু বাবাৰ মাৰ্গদৰ্শনত পশ্চিম বঙ্গৰ সামান্তত গোৰা মুছলমান সকলৰ ঘৰে ঘৰে গৈ কাম কৰিছিলো, বিহাৰৰ এগৰাকী মহিলাৰ সহায়ত। বিশ্ব মহিলা সন্মিলনতো বাইদেউৰ কৃপাতেই যোগদান কৰিবলৈ সুযোগ পাইছিলো।

১৯৭৯ চনত গোহত্যা বন্ধ আন্দোলনত বাইদেউৰ লগত থাকি কাল-কতাত যোগদান কৰি দুবাৰো প্ৰেচিডেঞ্চি জেইলত বন্দি হৈ আছিলো।

পূজ্য বিনোবাজীৰ ~~অনশন~~ মৌনব্ৰত ভঙ্গ হোৱাত বাবাৰ সান্নিধ্যত হোৱা অখিল ভাৰত গ্ৰাম স্বৰাজ সন্মিলনলৈ আমি সকলোবিলাকে জেইলৰ পৰা মুক্ত হৈ গৈ যোগদান কৰিলোগৈ। সন্মিলনৰ শেষত সকলো বিলাক নিজ নিজ স্থানলৈ গ'ল। পূজ্য বাইদেউক বাবাই ১৫ দিন বিশেষ কামত থাকিবলৈ ক'লে। মই আমাৰ কৰ্মী সকলৰ লগতে আহিবৰ বাবে বাবাৰ ওচৰত আশীৰ্বাদ লবলৈ যোৱাত বাবাই বাইদেউৰ লগতে মোকো থাকিবলৈ ক'লে। বাইদেউৰ লগত সৰ্ব গাৱঁলৈ যোৱাৰ সুযোগ পালো। সেই গাৱঁৰ মুখীয়াল লোক জনৰ আহ্বান ক্ৰমে বাইদেউ সেই গাঁৱলৈ গৈ অতি আনন্দ মনেৰে পায়খানা চাফাইৰ কাম এনেদৰে কৰে ; যেন ফুলনিত পানী দি মনত আনন্দ পাইছে। বাইদেৱে সকলো কামতেই আনন্দ পায়।

সেই সময়তে অসমত গণ আন্দোলন চলি আছিল। বাইদেউৰ পৰামৰ্শ ক্ৰমে তাৰ পৰা আহি পৰিস্থিতি ভেদে ঠায়ে ঠায়ে শান্তিৰ বাতাবৰণৰ বাবে শান্তি সমিতি আদি গঠন কৰা হয়। আন্দোলনৰ কাৰ্য্যক্ৰমত কেনেদৰে কাম কৰা উচিত, বাইদেউৰ ওচৰলৈ সঘনে আহি

আৰু চিঠিৰেও যোগাযোগ কৰি বাইদেউৰ পৰামৰ্শ মতেই কাম কৰি আছিলো।

১৯৮৫ চনৰ এপ্ৰিল মাহত বাইদেউৰ ওচৰত আমাৰ সৰ্বোদয় কৰ্মী সকলে মাৰ্গদৰ্শন বিচাৰে, সৰ্বোদয় কৰ্মী সকলৰ সম্মিলন পাতিবৰ বাবে। বাইদেউৰ আশীৰ্বাদ ক্ৰমে সম্মিলন অনুষ্ঠিত হ'ল। উক্ত সম্মিলনতে সৰ্বোদয় মণ্ডল খন পুনৰ গঠন কৰি মোৰ ওপৰত সভানেত্ৰীৰ গধুৰ দায়িত্ব ভাৰ দিলে। পিচদিনাই আমি কেইবাজনো কৰ্মী বাইদেউৰ ওচৰলৈ আশীৰ্বাদ বিচাৰি গলো। তেতিয়া বাইদেৱে আমাক ক'লে, 'বহুত দিন সৰ্বোদয় মণ্ডল খন নিষ্ক্ৰীয় হৈ আছিল। এতিয়া সকলোৱে মিলি অসমৰ নিষ্ক্ৰীয় হৈ থকা গ্ৰামদান গাওঁ সমূহ সক্ৰীয় কৰিব লাগে। আৱশ্যক হ'লে গ্ৰামদান গাওঁ সমূহত শিবিৰ আদি কৰি ৰাইজক সজাগ কৰিব লাগে। ব্যাপক ভাৱে অসমৰ চুকে কোণে গাৱেঁ-ভূঞে আমাৰ কৰ্মী সকলে সৰ্বোদয় বিচাৰ প্ৰচাৰ কৰিব লগে। ৱিনোবাজীয়ে আমাক নামঘোষাৰ মাধ্যমেৰে গ্ৰামদানৰ বিচাৰ প্ৰচাৰ কৰিবলৈ কৈ গৈছে।

ইয়াৰ পিচত জৰুৰী বিষয় সমূহ আৰু সৰ্বোদয় মণ্ডলৰ মিটিং পাতিবলৈ হ'লে, বাইদেউৰ সুবিধানুযায়ী পতাৰ আলোচনা কৰিবলৈ বাইডেউৰ ওচৰলৈ যাওঁ, বাইদেৱে আমাক কয়, 'মোক তোমালোকে সকলো মিটিঙলৈকে নিবিচাৰিবা। মোৰ স্বাস্থ্য ভাল নোহোৱাৰ বাবে গাঁৱলৈ আৰু সত্তৰ যাব নোৱাৰিম। তোমালোকৰ কামত মোৰ সদায় সহযোগ আছে।' এইদৰে বাইদেউৰ দিহা পৰামৰ্শ লৈ কাম কৰি আছো।

ইয়াৰ পিচত আৰু বাইদেউৰ লগত সৰ্বোদয় মণ্ডলৰ কাৰ্য্যক্ৰম সম্বন্ধে মোৰ শেহতীয়া আলোচনা হয় ১৯৮৬ চনৰ অক্টোবৰ মাহত। অসম সৰ্বোদয় মণ্ডলৰ অধিবেশন খন বাইদেউৰ সান্নিধ্যত পাতিবলৈ মনস্থ কৰি বাইদেউক নিমন্ত্ৰণ কৰিবলৈ গলো। বাইদেৱে মোক ক'লে,

মিটিংখন চান্দমাৰীতে পাতিছা যেতিয়া মই অলপ সময়ৰ বাবে যাব পাৰিম।'

বাইদেৱে আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰি আহিল আৰু ক'লে 'মই আপোনালোকক বেচি কথা ক'ব নোখোজো। বেগুৰে মোক মাতিছিল কাৰণে আহিলো। মাত্ৰ এটা কথাই ক'ব খোজোঁ, যে পূজ্য বিনোবাজীৰ মাৰ্গদৰ্শনত অসমত বহুত গ্ৰামদান-ভূদান হ'ল। এতিয়া গ্ৰামদানী গাওঁ বিলাক সক্ৰীয় কৰিব লাগে। গাঁৱলৈ গৈ সংগঠন মজবুট কৰিব লাগে।'

এই গৰাকী মহান মহীয়সী চিৰস্মৰণীয় বাইদেউৰ কথা লিখি থাকিলেও ওৰ নপৰে।

মোৰ জীৱনত বাইদেউৰ সান্নিধ্যত কৰা কৰ্মৰ চমু আভাস দাঙি ধৰি মাতৃ স্বৰূপা পূজ্যনীয়া বাইদেউলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলো আৰু ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাই দীৰ্ঘায়ু কামনা কৰিলো। ●

# অমল বাইদেউৰ সান্নিধ্যত

— নৃপেন শৰ্ম্মা

শ্ৰদ্ধেয়া অমল বাইদেউৰ সান্নিধ্যত ১৯৫৫ চনত অসম গান্ধী-স্মাৰক নিধিৰ দ্বাৰা অনুষ্ঠিত গান্ধী তত্ব প্ৰচাৰৰ এমহীয়া গ্ৰীষ্মকালিন ছাত্ৰশিৱিৰত যোগ দি গুৱাহাটীৰ শৰণীয়া আশ্ৰমত অমল বাইদেউৰ সান্নিধ্যত থকাৰ মোৰ পোন প্ৰথম বাৰৰ বাবে সৌভাগ্য ঘটিছিল। আমাৰ দৈনন্দিন কাৰ্য্যক্ৰমত প্ৰাৰ্থনা, চাফাই, সূত্ৰযজ্ঞ, শ্ৰমদান, মৌ-মাখী পালন, মগনচুলা তৈয়াৰী, বাঁহৰ য়তৰ সজা আদিৰ প্ৰত্যক্ষ জ্ঞান আৰু গান্ধীজীৰ গঠনমূলক কামৰ অনেক চিন্তা-চৰ্চা কৰা হৈছিল। সৰ্বশ্ৰী বীৰেন্দ্ৰ কুমাৰ গুহ, শ্ৰীৰবীন্দ্ৰ কুমাৰ বৰ্মা প্ৰমুখ্যে বিশেষজ্ঞ সকলে আমাক গান্ধীজী আৰু মাৰ্ক্সৰ বিশেষ তত্বসমূহৰ কথা ফঁহিয়াই কৈছিল। অমল বাইদেউৰ পাইখানা চাফ কৰা দৃশ্যটোৱে মোক প্ৰথমে আকৰ্ষণ কৰিছিল।

মই তেতিয়া গুৱাহাটীৰ বি, বৰুৱা কলেজৰ ছাত্ৰ আছিলো। সেই সময়ৰ পৰাই মই মিলৰ কাপোৰ পিন্ধাৰ সলনি খদ্দৰৰ কাপোৰ পিন্ধাৰ অভ্যাস কৰিছিলোঁ। কটাইমণ্ডল, গান্ধী অধ্যয়ন চক্ৰ, গান্ধী জয়ন্তীৰ কাৰ্য্যক্ৰম আদিত লাহে লাহে মোৰ ধাপ বাঢ়ি গৈছিল। গান্ধী সাহিত্য আৰু সৰ্বোদয় সাহিত্য অধ্যয়নত অধিক মনোযোগ দিবলৈ ধৰিলোঁ।

সম্ভৱতঃ মোৰ এইবোৰত ধাপ থকা দেখিয়েই অমল বাইদেৱে বিহাৰৰ টুৰ্কীত বহা অখিল ভাৰতীয় বুনিয়াদী সন্মিলনলৈ মোক লৈ গৈছিল। মোৰ লগত নগালেণ্ডৰ পৰা শ্ৰীএ, মাতেম আৰু শ্ৰীলাম্মুচিবা

আওকো লগত লৈ গৈছিল। লাহে লাহে মই অসম গান্ধীস্মাৰক নিধিৰ কামত সোমাই পৰিলো। সেই সময়ত এটা যুৱকসেৱা দলো গঠন হৈছিল। সেৱাদলত স্কুল-কলেজ আৰু অন্যান্য যুৱক-যুৱতী মিলি গুৱাহাটীৰ আশে-পাশে বেলতলা, জাপৰিগোগ আদি ঠাইত গ্ৰামচাফাই, আলি-বাট নিৰ্মাণ আৰু অন্যান্য গঠনমূলক কামৰ কাৰ্য্যক্ৰম লোৱা হৈছিল। আমাৰ সকলোৰে প্ৰেৰণাৰ স্থলি আছিল অমলপ্ৰভা বাইদেউ।

১৯৬১ চনত পূজ্য বিনোবাজীয়ে অসমত পদযাত্ৰা আৰম্ভ কৰে। এই গুৰুত্বপূৰ্ণ পদযাত্ৰাত অমল প্ৰভা বাইদেৱে পূজ্য বিনোবাজীৰ ভাষণৰ অনুবাদ কৰিছিল। মাজে সময়ে মোকো পদযাত্ৰাত যোগ দিবলৈ বাইদেৱে প্ৰেৰণা যোগাইছিল। কুঞ্চাই, আগিয়া, দুধনৈ, বকো, দাৰ-কুছি, তামুলপুৰ, বৰমা, নিবিৰা, ডিব্ৰুগড়, আদি ঠাইত বিনোবাজীৰ পদযাত্ৰাৰ কাৰ্য্যক্ৰমত যোগদান কৰিছিলোঁ। এদিন মাজগাঁৱৰ পৰা বিশ্বনাথ চাৰিআলিলৈ চৈধ্যমাইল পদযাত্ৰা কৰি অহা মনত আছে।

অসমৰ গান্ধীস্মাৰক নিধিৰ কামত মই ১৯৬৫ চনলৈ আছিলোঁ। গান্ধীস্মাৰক নিধিৰ যোগেদি এবছৰৰ বাবে ৱাধাত সমগ্ৰবিকাশ যোজনাৰ প্ৰশিক্ষণ লবলৈ গৈছিলো। তেতিয়াও মাজে মাজে সেৱাগ্ৰাম আৰু বিনোবাজীৰ কামৰ লগত সম্পৰ্ক স্থাপন কৰিছিলোঁ। অমল বাইদেউৰ প্ৰেৰণাতে এইবোৰৰ লগত যোগসূত্ৰ স্থাপন কৰাৰ সৌভাগ্য হৈছিল। ৱাৰ্ধাত থকা সময়ত মহাৰাষ্ট্ৰৰ বহুতো গঠনমূলক অনুষ্ঠান চোৱাৰো সৌভাগ্য হৈছিল। বিশেষকৈ বোম্বেৰ কোৰা কেন্দ্ৰ, দাহানুৰ গুৰ উৎ-পাদন কেন্দ্ৰ, পুণেৰ হাতে তৈয়াৰী কাগজ-কেন্দ্ৰ ইত্যাদি চোৱা হৈছিল। সকলো ঠাইতে অমল বাইদেউক মানুহে শ্ৰদ্ধাৰে স্মৰণ কৰিছিল।

ভাৰতৰ বিভিন্ন ঠাইত অনুষ্ঠিত হোৱা অখিল ভাৰতীয় সৰ্বোদয় সন্মিলন সমূহলৈ যাবৰ কাৰণে ৰেলৰ কনচেচন আৰু ডবা বন্দোবস্ত কৰিবলৈ বাইদেৱে সদায় প্ৰেৰণা যোগাইছিল। গান্ধী শতবাৰ্ষিকীৰ সময়ত বিহাৰৰ ৰাজগীৰত সৰ্বোদয় সন্মিলন অনুষ্ঠিত হৈছিল। সেই

সন্মিলনলৈ জাপানৰ ফুজিগুৰুজী, ভাৰতৰ ৰাষ্ট্ৰপতি ভি, ভি, গিৰি আৰু তিবেতৰ দলৈলামাও আহিছিল। অসমৰ পৰা তিনিশ প্ৰতিনিধিয়ে এই সন্মিলনত যোগদান কৰিছিল। অহাৰ সময়ত অসুবিধা হ'ব পাৰে বুলি আমি ৰেলগাড়ীৰ ডবা বন্দোবস্ত কৰিবলৈ সমষ্টিপুৰলৈ যাব লগা হৈছিল। সেই সময়ত শ্ৰীহেম কাকতি বাইদেউ আৰু শ্ৰীযুতা অমল বাইদেউ নিজেও লগত আছিল।

বাৰবছৰীয়া লোকযাত্ৰী সকল যেতিয়া অসমত প্ৰৱেশ কৰিলে, তেতিয়া লোকযাত্ৰীৰ পূৰ্বতৈয়াৰীৰ কামত পোন্ধৰ মাহ কাল অসম, মনিপুৰ আৰু নগালেণ্ডত ঘূৰিলো। বিভিন্ন ঠাইত হোৱা পদযাত্ৰা আৰু সন্মিলনৰ কামত যাওঁতে মই প্ৰায়ে কম কাপোৰ ব্যৱহাৰ কৰি ছিলো। কেতিয়াবা এজোৰ কাপোৰেৰে বহুত দিনলৈ চলিব লগা হৈছিল। যাতায়তৰ অসুবিধাত কেতিয়াবা বিচনা পত্ৰও লগত নিয়া নহৈছিল। সেইবাৰে বাইদেৱে মোক 'একবস্ত্ৰী' নাম দিয়ে।

বা-বাপু শতবাৰ্ষিকীৰ সময়ত আমি অসমৰ বিভিন্ন ঠাইত শিবিৰ, সভা-সমিতি আৰু গ্ৰামদান-গ্ৰামস্বৰাজৰ বিচাৰ প্ৰচাৰ কৰিছিলো। বিনোবাজীৰ 'পঁয়সত্তৰতম জন্ম জয়ন্তী"ত গ্ৰামস্বৰাজ পুঁজি সংগ্ৰহৰ কাম চুনীভাই বৈদ্যৰ লগত কৰিছিলো আৰু অসমৰ বাবে ২ লাখ ১০ হেজাৰ টকা এই পুঁজিলৈ সংগ্ৰহ কৰা হৈছিল। এই সকলোবোৰ কামৰ উৎস আছিল অমল প্ৰভা বাইদেউ।

পূজ্য বিনোবাজীয়ে অসমৰ উত্তৰ পূব চুকত অৱস্থিত 'মৈত্ৰী আশ্ৰম'ৰ মাৰ্গদৰ্শক হিচাবে অমল বাইদেউক ভাৰ দিছে। ইতিমধ্যে তাত বহুতো আন্তৰ্জাতিক শিবিৰ, মহিলা শিবিৰ, শিশু শিবিৰ, বুদ্ধি-নিষ্ঠসকলৰ শিবিৰ, ছাত্ৰশিবিৰ, সৰ্বোদয় কৰ্মীৰ শিবিৰ, পৰিয়াল শিবিৰ আদি অনুষ্ঠিত হৈ গৈছে। এই শিবিৰ সমূহতো প্ৰেৰণাৰ উৎস হৈছে আমাৰ অমলপ্ৰভা বাইদেউ।

১৯৭৮ চনৰ ২ আক্টোবৰৰ পৰা ১৯৭৯ চনৰ ২ অক্টোবৰলৈ শ্ৰীপৰমানন্দ শৰ্মা, শ্ৰীচন্দ্ৰকান্ত শইকীয়া, শ্ৰীনোমলবেজ, শ্ৰীফণীধৰ মৰাণ আদি সৰ্বোদয় কৰ্মীসকলৰ জৰিয়তে গীতাৰ মাধ্যমেৰে এটি পদযাত্ৰা চলিছিল। ১৯৭৯ চনৰ ২ অক্টোবৰত এই যাত্ৰাৰ সমাৰোহ উৎসৱ অনুষ্ঠিত হৈছিল দিখৌমুখত। এই যাত্ৰা আৰম্ভ হৈছিল মহাপুৰুষ মাধৱদেৱৰ জন্মস্থান লেটেকু পুখুৰীৰপৰা আৰু এই দুই উৎসৱেৰে গুৰিয়াল আছিল অমলপ্ৰভা বাইদেউ।

আজিৰ সমাজত দেখা দিয়া অশান্ত, অসন্তোষৰ পৰিপ্ৰেক্ষিতত অসম আন্দোলনৰ আৰম্ভণিতে "নতুন সমাজ নিৰ্মাণ" শিবিৰ এটি চান্দমাৰীৰ (গুৱাহাটী) ইঞ্জিনিয়াৰিং ইনচটিটিউতত অনুষ্ঠিত হৈছিল। শ্ৰীনাৰায়ণ দেশায়ে এই শিবিৰৰ মৰ্গদৰ্শন কৰিছিল। ভাৰতীয় শান্তি-সেনা অসম শাখাৰ তৰফৰ পৰা শ্ৰীযুতা অমল বাইদেউৰ নেতৃত্বত এই শিবিৰৰ আয়োজন কৰা হৈছিল। শ্ৰীনাৰায়ণ দেশায়ে অহিংস আন্দোলনৰ প্ৰক্ৰিয়া সমূহৰ ব্যাখ্যা কৰিছিল আৰু অসম আন্দোলনত ইয়াৰ যথেষ্ট প্ৰভাৱ পৰিছিল।

অমল বাইদেউৰ ইচ্ছা যে, দেখেতৰ দেউতাক ডাঃ হৰিকৃষ্ণ দাসদেৱৰ দ্বাৰা সংগৃহিত কিতাপ সমূহৰ মাধ্যমেৰে সমাজ সেৱাৰ এটি পৰিৱেশ তৈয়াৰ হওক। এই উদ্দেশ্য আগত ৰাখি ১৯৭৮ চনৰ ২৩ জুলাই তাৰিখে 'ডাঃ হৰিকৃষ্ণ দাস সোঁৱৰণী পুথিঘৰ'ৰ জন্ম হয়। বাই-দেউৰ প্ৰেৰণাতে এই কাম চলি আছে। বৰ্ত্তমান গান্ধীদৰ্শনৰ বিভিন্ন দিশৰ অনুসন্ধানৰ কামো ইয়াৰ যোগেদি আৰম্ভ হয়।

শ্ৰীনাৰায়ণ দেশায়ে গুজৰাটৰ বেড়চীত এটা সমগ্ৰ ক্ৰান্তিৰ বিদ্যা-লয় আৰম্ভ কৰিছে। সেই বিদ্যালয়ৰ জৰিয়তে অনুষ্ঠিত হোৱা এক সমগ্ৰ ক্ৰান্তিৰ শিবিৰলৈ অসমৰ আমি পাঁচজন কৰ্মী গৈছিলোঁ। আমি সেই শিবিৰৰ পৰা তামিলনাডুলৈও গৈছিলো। তামিলনাডুৰ পিচত

আমি দক্ষিণ ভাৰতৰ মিনাক্ষী, মন্দিৰ, ৰামেশ্বৰম, কন্যাকুমাৰী, ত্ৰিবান্দ্ৰম আদি ঠাইতো ভ্ৰমণ কৰিছিলো। বেড়চীত আমি শ্ৰীজুগতৰাম ডৱেক দেখা কৰাৰ সময়ত অসমৰ অমল বাইদেউৰ কথা সুধিছিল আৰু তেখেতৰ কথা কৈ আনন্দ প্ৰকাশ কৰিছিল।

বাইদেউৰ মাৰ্গদৰ্শণত ডাঃ হৰিকৃষ্ণ দাস সোৱৰণী পুথিঘৰ আৰু ভাৰতীয় শান্তিসেনা অসম শাখাৰ কামত সৰ্বোদয় ট্ৰাষ্টৰ জৰিয়তে হোৱা কামত লাগি আছো। মাজে সময়ে সৰ্বোদয় বিচাৰৰ আৰু গান্ধীজীৰ গঠনমূলক কামৰ বিষয়ে দুই চাৰিটা কথা অ'ত ত'ত লিখিবলৈ বাইদেৱে প্ৰেৰণা যোগায়। বহুত সময়ত মই লিখা প্ৰবন্ধবোৰ বাই-দেউক দেখুৱাওঁ আৰু সদায় ভাল হৈছে বুলি প্ৰশংসা কৰি মোক উৎসাহ দিয়ে। গতিকে লিখা-পঢ়া কামতো মোৰ প্ৰেৰণাৰ উৎস অমল প্ৰভা বাইদেউ।

বৰ্ত্তমান আমাৰ মাজত চলি থকা স্ত্ৰীশক্তি জাগৰণৰ কাম, গো-হত্যাবন্ধ অভিযানৰ কাম, শান্তিসেনাৰ কাম, গীতা প্ৰচাৰৰ কাম, সৰ্বোদয় পদযাত্ৰাৰ কাম, প্ৰৌঢ়শিক্ষাৰ কাম এই সকলো কামৰে মাৰ্গ-দৰ্শক অমলপ্ৰভা বাইদেউ। মুঠিতে মালা গাথোতে সূতাডাল যেনেকৈ ফুলৰ মাজত সোমাই থাকি নিজকে লুকাই ৰাখে, তেনেকৈ অমল বাইদেৱে সকলো গঠনমূলক কামতে নিজে আঁৰত থাকি আমাক প্ৰেৰণা যোগাই আছে।

এতিয়া বাইদেৱে মাজেসময়ে কৈ থাকে "অপুত্ৰক হৈ নমৰিবা; আমাৰ কামবোৰ কৰিবলৈ এচাম কৰ্মী তৈয়াৰ কৰা।" আজিৰ যুগত তেনে কৰ্মী ওলাবনে? এইটোৱে আমাৰ সম্মুখত ডাঙৰ প্ৰশ্ন। এই প্ৰশ্ন সমাধানৰ বাবে বাইদেউৰ প্ৰেৰণাতে আমি সততে চেষ্টা চলাই আছো।

—ঃ—

# সৰল জীৱন আৰু উচ্চচিন্তনৰ প্ৰতীক অমল বাইদেউ

—যজ্ঞেশ্বৰ গগৈ

শ্ৰীযুতা অমল প্ৰভা দাস বাইদেউক প্ৰথমতে লগ পাইছিলোঁ, ১৯৩৬ চনৰ ত্ৰিপুৰী কংগ্ৰেছ অধিবেশনত। সেই সময়ত মই ৱাৰ্ধাত আছিলোঁ। ভাৰতীয় গ্ৰাম উদ্যোগ সংঘৰ হৈ মৌমাখি পালনৰ বিষয়ে এখনি প্ৰদৰ্শনী সেই অধিবেশনত দেখুৱাইছিলোঁ। মৌমাখি প্ৰদৰ্শনী চাবলৈ অমল বাইদেউ, তিলোত্তমা বাইদেউ, দেউতা ডাঃ হৰিকৃষ্ণ দাস আৰু মাক ৺হেমপ্ৰভা দাস প্ৰতিদিনেই আবেলি প্ৰদৰ্শনীলৈ গৈছিল। অসমীয়াত তেখেতসকলৰ লগত কথা পাতি আনন্দ পাইছিলোঁ। তেখেতসকলেও এজন অসমীয়া ল'ৰাক এনেদৰে লগ পাই আনন্দ পাইছিল। তেতিয়াৰ পৰাই তেখেত সকলৰ লগত মোৰ চিনাকি।

তেখেতসকলৰ ঘৰখন এখন ৰাজহুৱা অনুষ্ঠানৰ দৰে। অসম তথা ভাৰতৰ বিভিন্ন ঠাইৰ লোক আলোচনা-বিলোচনাৰ কাৰণে প্ৰায় ঘৰখন ভৰি থাকে। আন দিশৰপৰা চালে ঘৰখন এখন আশ্ৰম যেনেই লাগিছিল। কাৰণ তেখেতসকলৰ ঘৰত মাক-বাপেক নোহোৱা বহুতো ল'ৰা-ছোৱালীক আশ্ৰয় দি ডাঙৰ-দীঘল কৰিছিল। বাইদেউৰ দেউতাক ডাঃ দাস এজন আদৰ্শ গান্ধীবাদী আৰু দেশকৰ্মী হোৱাৰ উপৰিও উত্তৰ পূৰ্বাঞ্চলৰ এজন খ্যাতনামা অস্ত্ৰচিকিৎসক। সেইবাবে ঘৰতে

এখন চিকিৎসালয় পাতি ৰোগী শুশ্ৰূষা কৰিছিল। ৰোগীৰ থকা-খোৱা আৰু যাবতীয় সকলো ব্যৱস্থা নিজেই কৰিছিল।

এনে এটা আদৰ্শ পৰিয়ালত জন্ম লাভ কৰি, অমল বাইদেউ ডাঙৰ দীঘল হয়। তেখেতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম, এচ, চি পাচ কৰে। তাৰ পিছত ভাৰতৰ স্বাধীনতা আন্দোলনত বাপুজীৰ আদৰ্শত অনুপ্ৰাণিত হৈ যোগদান কৰে। ১৯৪২ চনৰ 'কুইট-ইণ্ডিয়া' সত্যাগ্ৰহ আন্দোলনত বাইদেৱে দুবাৰো জেললৈ যায়।

১৯৪৫ চনত অসমত কস্তুৰবা গান্ধী নেচনেল মেমৰিয়েল ট্ৰাষ্ট স্থাপিত হয়। পূজ্য বাপুজীয়ে শ্ৰীযুতা অমলপ্ৰভা বাইদেউক ট্ৰাষ্টৰ প্ৰতিনিধি হিচাবে নিয়োগ কৰে। এই অনুষ্ঠানটি আদৰ্শ আৰু কাৰ্য্যৰে পৰিপুষ্ট এটি মূল্যবান সাংগঠনিক অনুষ্ঠান। এই অনুষ্ঠানটিৰ যোগে-দিয়েই অসমৰ হাজাৰ হাজাৰ গাৱলীয়া মহিলাই, সমাজৰ লগত যোগ-সূত্ৰ স্থাপন কৰি এটা নতুন পৰিবেশ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। এই ট্ৰাষ্টৰ যোগে মহিলা আৰু শিশুৰ উন্নতি কল্পে শৰণীয়া পাহাৰত এখনি গ্ৰামসেৱিকা বিদ্যালয়ো ১৯৪৬ চনত গান্ধীজীৰ উপস্থিতিত স্থাপন কৰা হয়। এই বিদ্যালয়ত শিক্ষাগ্ৰহণ কৰি অমল বাইদেউৰ দ্বাৰা অনুপ্ৰাণিত হৈ সেৱিকাসকলে অসম তথা পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইত কস্তুৰবা গ্ৰামসেৱা কেন্দ্ৰ স্থাপন কৰে। এই কেন্দ্ৰৰ যোগেদি মহিলাৰ উন্নতিৰ নিয়মীয়াকৈ কাম চলি আছে। মহিলাসকলৰ চিন্তাধাৰা আৰু মানদণ্ড উন্নত কৰাত বাইদেৱে অশেষ বৰঙণি যোগাইছে। এই বিলাকে নিশ্চয় বাইদেউৰ প্ৰভাৱ, আদৰ্শ আৰু গুণ-গৰিমা চিৰস্থায়ী কৰি ৰাখিব পাৰিব।

সন্ত ৱিনোবাজীৰ কৰ্মপথত আকৃষ্ট হৈ ভূদান আন্দোলনত একাণ পতীয়া ভাবে আগভাগ লোৱা শ্ৰীযুতা অমল বাইদেউক কোনেও পাহৰিব নোৱাৰে। ভূদান আৰু সৰ্বোদয়ৰ কামৰ কাৰণে পদযাত্ৰা

কৰি ভিতৰ অঞ্চলৰ হাজাৰ হাজাৰ গঞা ৰাইজৰ দুখ দুৰ্গতিৰ ভূ লৈ বাইদেৱে তাৰ সমস্যা সমাধানৰ সন্ধান দিব পাৰিছিল। সেয়েহে যি এবাৰ বাইদেউৰ সম্পৰ্কলৈ আহিছে, তেওঁ বাইদেউক পাহৰিব নোৱাৰে।

তেখেতৰ বহুমুখী ৰচনাত্মক সমাজ-সেৱাৰ কামৰ প্ৰতি আকৃষ্ট হৈ বিশিষ্টা সেৱিকা হিচাবে ভাৰত চৰকাৰে ১৯৫৫ চনত পদ্মবিভূষণ উপাধিৰে বাইদেউক সম্মানিত কৰে। কিন্তু এই উপাধিৰ পৰা তেখেতৰ অহঙ্কাৰ বাঢ়িব বুলি ভাৱি, তাক গ্ৰহণ নকৰিলে। তাৰ পিচত ১৯৮১ চনত তেওঁক একলাখ টকাৰ যমুনালাল বাজাজ বটা প্ৰদান কৰে। সেই সম্মানৰ বাবে আমি সকলোৱে গৌৰৱান্বিত।

তেখেতসকলৰ ঘৰত তুলিতালি ডাঙৰ-দীঘল কৰা ল'ৰা-ছোৱালী অনেক আছে। ইয়াৰ বাহিৰেও ঘৰত কামকৰা অনেক মানুহ আছে। এই সকলোকে বাইদেৱে নিজৰ ভাই-ভনী বা আপোন বুলি ব্যৱহাৰ কৰে। বাইদেউৰ মাততো নম্ৰতা আৰু মধুৰতা আছে। সেইকাৰণে তেখেত সকলোৰে প্ৰিয়। বাইদেউৰ ধৈৰ্য্যও অশেষ।

মানুহ যিমানেই জ্ঞানী হয়, সিমানেই সৰু ল'ৰা-ছোৱালীৰ লগত মিলা-মিচা কৰিবলৈ ভাল পায়। সৰু ল'ৰা-ছোৱালীৰ অন্তৰ নিৰ্মল আৰু সৰল। সেইবাবে বাহ্যিকতা আৰু মিছাৰ ঠাই তাত নাই। সেইকাৰণে জ্ঞানীলোকে কণ-কণ ল'ৰা-ছোৱালীৰ লগত সহজতে বন্ধু হৈ যায়। শ্ৰীযুতা অমল বাইদেউ এই গুণেৰে বিভূষিত।

মানুহৰ জীৱনৰ প্ৰধান সাধনা হৈছে কাম, ক্ৰোধ, মোহত আসক্ত নহৈ আনৰ কাৰণে নিস্কাম কৰ্ম কৰি যোৱাটো। তেখেতৰ ঘৰলৈ অহা সময়ত মই প্ৰায়েই তেখেতসকলৰ প্ৰাৰ্থনা সভাত যোগদান কৰিছিলোঁ। বাইদেউ এগৰাকী নিপুণ গায়িকা। বিশেষকৈ ৰবীন্দ্ৰ সঙ্গীতত শ্ৰীযুতা বাইদেউ এগৰাকী নিপুণ গায়িকা বুলি প্ৰাৰ্থনাৰ

পৰাহে ভালদৰে বুজিব পাৰিছিলোঁ। বাইদেউৰ ভজনে প্ৰাৰ্থনাৰ গাম্ভীৰ্য্য দুগুণে বঢ়াইছিল।

অমল বাইদেউৰ জীৱনত ভগৱানে তেওঁক সকলো সুবিধা দিছে। কিন্তু তাৰ কাৰণে তেখেতৰ অহঙ্কাৰ নাই, দম্ভ নাই। পিন্ধন-উৰণত বিলাসিতা নাই, জাকজমকতা নাই। সৰল ভাৱে থকা আৰু উচ্চ চিন্তন কৰাই তেখেতৰ ব্যৱহাৰিক জীৱন। তেখেতৰ পিতৃ ডাঃ হৰিকৃষ্ণ দাসে বাপুজীৰ আদৰ্শক আখৰে আখৰে পালন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। শেষ জীৱনলৈ তেখেতে ৰচনাত্মক কাম কৰিয়েই জীৱন কটালে। তেখেতে চৰকাৰী পেঞ্চন আৰু অন্যান্য সকলো সম্পতি ৰাইজৰ হিতৰ কাৰণে আগবঢ়ালে। এই আদৰ্শৰ ভেটিতেই সময়ৰ লগত খাপ খুৱাই গোটেই ভাৰতৰ ভিতৰতে শৰণীয়া আশ্ৰমৰ দৰে এটা আহিংমূলক অনুষ্ঠান প্ৰতিষ্ঠা কৰি তেখেতৰ পিতৃদেৱৰ মনৰ আকাঙ্ক্ষা ভালেখিনি পূৰণ কৰিলে।

অমল বাইদেউৰ নাম যেনে কামো তেনে। বাইদেৱে সকলো কাম সমৰ্পণ বুদ্ধিৰে কৰে। সেইবাবে বাইদেৱে এটা শান্তিৰ জীৱন যাপন কৰিবলৈ সক্ষম হৈছে। এইটো আমাৰ কাৰণে এটা চানেকি স্বৰূপ হৈছে।

খোৱা-বোৱাতো বাইদেউৰ কোনো ৰাজসিকতা নাই। নিমখ-ভাতকেই অতি তৃপ্তিৰে খাব পাৰে। গান্ধীজীৰ একাদশ ব্ৰতৰ 'অস্বাদ' ব্ৰতক বাইদেৱে পূৰ্ণমাত্ৰাৰে জীৱনত প্ৰতিফলিত কৰিছে। বাইদেৱে যি কাম কৰে কায়-মনো-বাক্যে কৰে।

বাইদেউৰ জীৱন এক আদৰ্শ জীৱন। জীৱনৰ সকলো উচৰ্গা কৰি বাইদেৱে এটা চানেকি দাঙি ধৰিছে। আমাৰ দেশত দেশহিতৈষী মহিলাৰ ভিতৰত বাইদেউক প্ৰথম স্থান দিব লাগিব।

আমাৰ মাজতে এনে এগৰাকী মহীয়সী মহিলা সাধিকা আছে বুলিয়েই আমি গৌৰব অনুভৱ কৰোঁ। বাইদেউৰ গুণ প্ৰকাশ কৰিবলে আমাৰ ভাষা নাই। নিজৰ কামত মন-প্ৰাণ ঢালি দি বাইদেৱে জীৱনৰ ৭৫ টা বছৰ অতিক্ৰম কৰিলে। এনে এগৰাকী মহান আত্মাৰ লগত সম্পৰ্ক স্থাপন কৰিব পাৰি, আমি নিজেই ধন্য হৈছোঁ। তেওঁৰ কৰ্মময় জীৱন যেন বহুত দিনলৈ চলি থাকে, তাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

—০

# অমল বাইদেউ—এটি সুকুমাৰ কৱিতা

—শিৱপ্ৰসাদ দত্ত

মই ঢুকি পোৱা জগতখনৰ মানুহখিনিৰ ভিতৰত মোৰ বিচাৰ ভাৱনাৰে অমল বাইদেউ (সৰু বাইদেউ) এটি ব্যতিক্ৰম। সেইদৰে জন-সাধাৰণৰ দৃষ্টিত বাইদেউ এটা স্বকীয়া সত্তা বুলি অনুভৱ কৰোঁ।

বাইদেউক ইমানদিনে লগ পাই অহা সময়খিনিৰে, তেখেতৰ কাম আৰু দৰদী কথাই আমাৰ অন্তৰত প্ৰেৰণা যোগাই আহিছে। সেই কাৰণে সমাজৰ মানুহখিনিৰ কাৰণে তেওঁ ভাৰতৰ মুক্তিসংগ্ৰামৰ সৈনিকেই নহয়, গান্ধী-ৱিনোবাজীৰ ৰচনাত্মক কাৰ্য্যৰ সক্ৰিয় অংশীদাৰ আৰু বৈশিষ্ট্যপূৰ্ণ বুনিয়াদো। কৱিগুৰু ৰবিঠাকুৰৰ ভাষা, তেখেতৰ অন্তৰত প্ৰতিফলন হৈছে "হে মোৰ চিৰসাথী, লও লও ক্ৰোড়পাতি সন্মুখে শান্তি পাৰাবাৰ।"

দেশসেৱক ডাঃ হৰিকৃষ্ণ দাস দেউতাৰ মমলীয়া কন্যা হিচাবে মই আৰু মোৰ সহকৰ্মীসকলে তেখেতক সৰুবাইদেউ বোলা হয়। বাইদেউৰ লগত থকা আমাৰ নিবিড় সম্বন্ধ খিনিৰে তেখেতৰ অন্তৰখন নিচেই ওচৰৰপৰা স্পৰ্শ কৰিব পাৰিছোঁ। সেইকাৰণে বাইদেৱে, নিজস্ব নিকা দৃষ্টিভংগীৰে, জনসাধাৰণৰ মাজত নিজকে নিচেই ক্ষুদ্ৰ ধূলিকণা হিচাবে বিবেচনা কৰে বুলি সম্যক ভাৱে উপলব্ধি কৰিছো। বাইদেউৰ নিজৰ 'অমল' নামেৰেই আমাৰ কাৰণে এটি নিকা জ্যোতিৰ কেন্দ্ৰবিন্দু বুলি আমাৰ চকুত ধৰা দিয়ে।

মই সহকৰ্মীসকলৰ আগত বাইদেউক এটি সুকুমাৰ কৱিতা বুলি

কওঁ। কিয়নো কবিতাই সদায় মানৱ-মনৰ সূক্ষ্মাতিসূক্ষ্ম অন্তৰৰ সুখ-দুখ, আবেগ-অনুভূতিৰে গভীৰতালৈ প্ৰৱেশ কৰিব পাৰে। কাৰ্য্যক্ষেত্ৰত মই বাইদেউক তেনেদৰেই দেখিছোঁ। স্বৰ্গীয় হেম বৰুৱা দেৱৰ ভাষাৰে "অমলপ্ৰভা মাটিৰ লগত পৰম বন্ধুত্বৰে মিলি থকা এডাল দুবৰী বন; সেউজ ধৰণীত এজুপি বটবৃক্ষৰ যি মৰ্য্যদা, দুবৰি জুপিৰো ত্যাগ আৰু কৰ্মেৰে সিমানেই মৰ্য্যদা।"

সৰুবাইদেউৰ লগত মোৰ পৰিচয় ১৯৪৬ চনত। পূজ্য বাপুজী অন্তিম বাৰ অসমলৈ আহি শৰণীয়া আশ্ৰমত থাকি যোৱাৰ পিচতে, বাইদেৱে কস্তুৰবা স্মাৰক নিধি আৰু সংগঠনৰ কামৰ বাস্তৱ ৰূপায়ণৰ উদ্দেশ্যে অসমৰ বিভিন্ন স্থানত ভ্ৰমণ কৰিছিল। সেইসময়তে যোৰহাট জিলা কংগ্ৰেছ কমিটিয়ে এটা পোন্ধৰ দিনীয়া শিৱিৰ অনুষ্ঠিত কৰি-ছিল। সৌভাগ্যক্ৰমে সেই সুযোগতে শ্ৰীযুতা পুষ্পলতা দাস বাইদেউ আৰু শ্ৰীযুতা অমল বাইদেউক আমাৰ ঘৰতে অতিথি হিচাবে ৰখা ভাগ্যত ঘটিছিল।

সেইদিনা বাইদেউৰ আগমনৰ প্ৰতীক্ষা কৰি স্বৰ্গীয় হেমবৰুৱা, নীলমনি ফুকন ককা আৰু ভালেমান বিশিষ্ট ব্যক্তি আমাৰ ঘৰতে বৈ আছিল। সেই সময়ত মই মনতে বাইদেউক এগৰাকী অভিজাত, আধুনিকা মহিলা বুলি কল্পনা কৰিছিলোঁ। যেতিয়া বাইদেউ সকল আমাৰ ঘৰত উপস্থিত হ'ল, দুগৰাকী বাইদেউৰ ভিতৰত পুষ্পলতা বাইদেউক চিনি পালোঁ, কিন্তু মনে অঁকা অমল বাইদেউক বিচাৰি নাপালোঁ। তাৰ সলনি সকলো প্ৰকাৰৰ বিলাসবৰ্জিতা আৰু কোমল কথাৰে মৰমীয়াল অমল বাইদেউক লগ পাই আচৰিত আৰু আনন্দিত হ'লো।

বাইদেউ সকলৰ ঘৰখন আছিল, সেইসময়ত অতিথিশালা। অস-মৰে নহয়, ভাৰতৰ বিভিন্ন ঠাইৰ দেশসেৱক কৰ্মীৰ মিলন-ক্ষেত্ৰ আছিল

এইখন ঘৰ। এসময়ত বাপুজীয়েও ইয়াত থাকি, দেউতা, বাইদেউ সকলৰ আতিথ্য গ্ৰহণ কৰি গৈছে। তেনেকুৱা এখন ঘৰত আশ্ৰম-পৰিৱেশত মোৰ প্ৰায় এমাহতকৈ অধিকদিন কটোৱাৰ সৌভাগ্য হয়। বাইদেউৰ পৰামৰ্শমতে বিভিন্ন গঠনমূলক অনুষ্ঠানবোৰ ডাঃ দেউতাৰ লগত চাই, ফুৰি সমাজ সেৱাৰ সাম্যক জ্ঞান আহৰণ কৰিবলৈ সুবিধা পালোঁ।

সেই সময়ত স্বৰ্গীয় কাকাচাহেব কালেলকাৰো হিন্দুস্থানী প্ৰচাৰ আৰু অন্যান্য গঠনমূলক কামৰ কাৰণে ডাঃ দেউতাৰ ঘৰত আছিল। মোৰ সৌভাগ্য যে, কাকাচাহেব থকা কোঠাত মই থাকিবলৈ সুবিধা পাইছিলোঁ। কিন্তু এদিন ৰাতি মই ঘৰৰ সকলোকে অসুবিধাত পেলালোঁ। সপোনত সাম্প্ৰদায়িক সংঘৰ্ষৰ দৃশ্য দেখি মই চিঞৰি উঠিলোঁ। শ্ৰদ্ধেয় কাকাচাহেবজীয়ে উচপ খাই মোক সাৱতি ধৰিলেহি। মোৰ কিবা বিপত্তি হৈছে বুলি ভাৱি, ঘৰৰ আটায়ে মোৰ কাষ পালেহি। মই তেখেতসকলক কষ্ট দিয়াৰ বাবে মনতে দুঃখ পালোঁ আৰু আনহাতে অতিথিৰ প্ৰতি দেউতা বাইদেউৰ সূক্ষ্ম বিচাৰ আৰু ত্যাগ দেখি অভিভূত হ'লো।

শ্ৰীযুতা অমল বাইদেউ আৰু ডাঃ দেউতাৰ অনুগ্ৰহতে মই দুটা বছৰ নয়ীতালীম আৰু খাদীগ্ৰামোদ্যোগৰ বিষয়ে জ্ঞান ল'বলৈ সেৱাগ্ৰামত কটাওঁ। মোৰ কৰ্মক্ষেত্ৰ পুনৰ বাইদেউৰ সমীপতে ঠিক হ'ল যদিও, মই চৰকাৰৰ বেতনভোগী হৈ বাইদেউ সকলৰ ইচ্ছাৰ সামান্য অংশহে পূৰণ কৰিব পাৰিলোঁ।

ইতিমধ্যে দেশ স্বাধীন হোৱাৰ পিছত সৰু বাইদেউৰ লগতে ডাঃ দেউতাৰো কৰ্মৰ পৰিসৰ বৃদ্ধি হৈছিল। মই এনেহেন অনুভৱ কৰিছিলোঁ যেন বাইদেউ সকলৰ গোটেই পৰিয়ালটোকেই জনসেৱাৰ ভাৱনাই অভিভূত কৰিছে। মোৰ মনলৈ তেতিয়া ভাৱ আহিছিল;

শৰীৰৰ শ্ৰমদানে ক্ষিতিজ উৰ্বৰা কৰা,
শান্তিপ্ৰিয়, সত্যবাদী, হৃদয়ত প্ৰেম ভৰা
বিচাৰিছে সেইসৱে এখন বিশ্বৰ
শান্তিৰ পাৰাবাৰে
ধুই নিয়ক সকলোৰে
মনৰ মালিন্য আৰু কলুষ দেশৰ।

বাপুজীৰ বিচাৰৰ কেচা ৰ'দ চেৰেঙাই স্বাধীন ভাৰত জুৰি বিয়পিব নৌপাওঁতেই তেখেত কালৰ আহ্বানত আমাৰ মাজৰ পৰা আঁতৰি গ'ল। আহি পৰিল তেখেতৰ ৰচনাত্মক কামখিনিৰ ৰূপায়ণৰ দায়িত্ব, কৰ্মীসকলৰ ওপৰত। অসম চৰকাৰৰ বুনিয়াদী শিক্ষাৰ দায়িত্ব বাইদেউৰ ওপৰত পৰিল। সুযোগ্য ব্যক্তিৰ অভাৱৰ কাৰণে চৰকাৰী বুনিয়াদী শিক্ষাৰ ব্যৱস্থাৰ এটা পৰিপাতি ৰূপ দি তাৰ পৰা বিদায় লৈ এইবাৰ বাইদেউ নামি পৰিল গঠনমূলক কামত। কস্তুৰবা স্মাৰক নিধি আৰু গান্ধীস্মাৰক নিধিৰ পৰিচালনাৰ বোজাও বাইদেৱে মূৰ পাতি ল'লে। তেখেতৰ অন্তৰৰ পৰা কৰ্মীৰ প্ৰতি নিগৰি অহা মৰম আৰু প্ৰেৰণাই সকলোকে মুগ্ধ কৰিলে।

বাইদেউৰ একান্ত আগ্ৰহ আৰু সহযোগেৰে কৰা কামবোৰৰ কথা পাহৰিব নোৱাৰো। ১৯৪৯ চনত গুৱাহাটী নগৰত গান্ধীজীৰ জন্ম জয়ন্তী, চৰখা জয়ন্তী হিচাবে পালন কৰা হৈছিল সমাৰোহেৰে। ধুনাই, কটাই আদি বিভিন্ন কাৰ্য্যসূচীৰ লগতে প্ৰতিদিনে প্ৰাৰ্থনা, আলোচনা চক্ৰৰ আয়োজন কৰা হৈছিল। এই অখণ্ড সূত্ৰযজ্ঞত গুৱাহাটী নগৰৰ স্কুল, কলেজৰ ছাত্ৰ-ছাত্ৰী, সেৱক-সেৱিকা, স্থানীয় জনসাধাৰণলৈকে সকলোৱে অংশগ্ৰহণ কৰিছিল। এই কাৰ্য্যক্ৰমত বিশেষকৈ ডাঃ দেউতা, ডাঃ ভুৱনেশ্বৰ বৰুৱা, অমলপ্ৰভা বাইদেৱে দেহেকেহে হিয়া উবুৰিয়াই সহায় কৰিছিল। সেই সময়ত চহৰৰ মানুহৰ

মাজত ইও যেন এটা পূজা উৎসৱহে—এনে যেন পৰিলক্ষিত হৈছিল।

১৯৫০ চনত "চৰখা সঙ্ঘ"ৰ নৱম সংস্কৰণ ৰূপায়ণৰ বাবে বাইদেৱে আগবঢ়ালে "গুৱাহাটী কাটাই মণ্ডল।" প্ৰতি দেওবাৰে স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰী আৰু জনসাধাৰণৰ বহুজন বিশিষ্ঠ ব্যক্তিয়ে ইয়াত অংশ গ্ৰহণ কৰিছিল। "কাটাই মণ্ডল"ৰ উদ্দেশ্য আছিল, ইয়াঁৰ মাধ্যমেৰে গ্ৰামোদ্যোগক শক্তিশালী কৰা আৰু দেশৰ শক্তি বঢ়োৱা। প্ৰতি ৰবিবাৰে আবেলি একত্ৰিত হৈ সূত্ৰযজ্ঞ কৰাত কি তৃপ্তি আছিল, তাক ভাষাৰে বৰ্ণাব নোৱাৰি। আকৌ সৰু বাইদেউৰ উদগণিত ১৯৫৩ চনত "যুৱক সেৱাদল" নামে অন্য এটি অনুষ্ঠানে গঢ় ল'লে।

যুৱক সেৱাদলৰ উদ্দেশ্য আছিল, গুৱাহাটীৰ পিছপৰা অঞ্চল বিলাকত সেৱাকাৰ্য্য কৰা। সেই সময়ত গুৱাহাটী আজিৰ দৰে মহানগৰী নাছিল আৰু তেতিয়া লোক সংখ্যাও আছিল আজিৰ ½ ভাগ। সৰু গাওঁ বিলাকৰ বাট-পথুলিবোৰ অনুন্নত আছিল। সেইবাবে সেৱাদলে বেলেগ বেলেগ সময়ত, বন্ধৰ দিনত দল পাতি গাৱঁলৈ গৈ খোৱা পানীৰ ব্যৱস্থা, গাওঁচাফাই, পথ নিৰ্মাণ আদিৰ কাম কৰিছিল। শ্ৰীযুতা বাইদেউৰ মৰম সনা আহ্বানত, কলেজৰ ছাত্ৰ আৰু নগৰৰ সেৱাপৰায়ণ লোক সকলেও এই কাৰ্য্যত সহযোগ কৰিছিল। বিশেষকৈ ডাঃ দেউতা, ডাঃ ভুবনেশ্বৰ বৰুৱা আৰু কস্তুৰবাৰ গ্ৰাম সেৱিকা সকলৰ যোগদান উল্লেখনীয়।

বাইদেউৰ লগত অনেক ঠাইত কাম কৰাৰ মোৰ সুযোগ ঘটিছে। ঠিক সেইদৰে বাইদেউৰ নিচেই ওচৰ চপাৰ সুবিধা, এটা ঘটনাৰ পৰা পাইছিলোঁ – আমাৰ এজন প্ৰিয় সহ কৰ্মী স্বৰ্গীয় মথুৰা লহকৰ এজন অতি পৱিত্ৰ হৃদয়ৰ প্ৰাকৃতিক চিকিৎসক আছিল। তেখেতে বাৰানশীত হোৱা সৰ্বোদয় সম্মিলনলৈ অসমৰ পৰা পদযাত্ৰা কৰি গৈ আকৌ খোজকাঢ়ি ঘূৰি আহিল। শেষত তেওঁ অসুস্থ হৈ পৰিল আৰু

চান্দমাৰী আশ্ৰমত তেওঁৰ দেহাৱসান হ'ল। নৱগ্ৰহ শ্মশানত মৃত দেহ সংকাৰ কৰাৰ সময়ত ডাঃ দেউতা, ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু স্বৰ্গীয় বিমলা প্ৰসাদ চলিহাও আছিল। সেইদিনা শোকাৰ্ত্ত কণ্ঠেৰে বাইদেৱে স্বৰ্গীয় লহকৰৰ বিষয়ে কওঁতে আমাৰো চকুপানী ওলাইছিল।

বাইদেউৰ প্ৰেম সিঞ্চনৰ অনেক কথাই আমাৰ অন্তৰত সাঁচ বহুৱাইছে। বিভিন্ন ঠাইৰ বিভিন্ন পৰিয়ালৰ মানুহক নিজ পৰিয়ালৰে এজন বুলি স্থান কৰা কাৰ্য্যক স্বচক্ষে দেখিছোঁ। সেইবাবে বাইদেউৰ জীৱন জোৰা কৰ্মক মই এজন কৱিৰ ভাষাৰে ক'ব খুজিছো—

"বাৰে কৃৰি দেশ কিন্তু এখন পৃথিৱী
বিবিধ বৰণ কিন্তু এবিধ মানুহ
এখন পৃথিৱী আৰু এবিধ মানুহ।"

মানুহৰ ত্যাগৰ আদৰ্শক বাইদেৱে শ্ৰদ্ধা কৰে। নিজে কৰা ত্যাগ খিনিক এটা মানৱোচিত-কৰ্ম বুলি ভাৱে। তাৰ বাবে প্ৰশংসা মালা পিন্ধিবলৈ বাইদেৱে ভাল নাপায়। সেইবাবেই বাইদেৱে ৰাষ্ট্ৰপতিয়ে দিয়া ৰাষ্ট্ৰীয় সম্মান "পদ্মবিভূষণ"কো গ্ৰহণ নকৰিলে।

শেষত ভগৱানৰ ওচৰত শ্ৰীযুতা বাইদেউৰ সুস্থতাৰে দীৰ্ঘ জীৱন কামনা কৰিছো।

—:—

# সমন্বয়ৰ প্ৰতীক
# শ্ৰীযুতা অমল প্ৰভা জেঠাই

—কথিতা হাতীবৰুৱা

শ্ৰীযুতা জেঠাই এগৰাকী ব্যক্তি যদিও এটা মহান অনুষ্ঠান স্বৰূপ, যাৰ বিস্তৃতি, যুগ বাগৰাৰ লগে লগে ক্ৰমাগত বাঢ়িছে যাব। গতিকে এনে এগৰাকী ব্যক্তিৰ বিষয়ে লিখিবলৈ হ'লে ক'ৰ পৰা, কেনেকৈ আৰম্ভ কৰিম আৰু কেনেকৈ লিখনি আগবঢ়াই নিম, এই কথা ভাবিয়েই মোৰ কেইবাদিনো পাৰ হৈ গ'ল। মনত অলেখ স্মৃতি, অলেখ কথা খুপখাই গোটমাৰি আছে। বাতিপুৱা, গধূলি, দুপৰীয়া, ঘৰুৱা বিভি কামৰ মাজত, কলেজলৈ অহা-যোৱা কৰা নীৰৱ সময়ছোৱাত, লবা-ছোৱালী, গৃহস্থৰ আলপৈচান ধৰাৰ সময়ত, আনকি মাজনিশা সাৰ পাইয়ো মই ভাৱিছো, কেনেদৰে লিখিলে, কৰ্মযোগী জেঠাইৰ সেই চিন্তন, সাধনা আৰু ত্যাগেৰে নিজস্ব চেতনা গতিশীল কৰা মনটো আৰু কাৰ্য্যাৱলী স্পষ্ট ৰূপে প্ৰকাশ পাব? ৭৫ বছৰীয়া গঠনমূলক কৰ্মময় জীৱনৰ বিভিন্ন কাৰ্য্যাৱলী একালৰ পৰা নিয়াৰিকৈ সজাই লিখিলে এখন সুন্দৰ মহৎ আৰু বিৰাট গ্ৰন্থ হ'ব, যি গ্ৰন্থই নতুন পুৰুষক ভাৰতীয় সংস্কৃতি আৰু দৰ্শনৰ, সত্য প্ৰেম, কৰুণা আৰু অহিংসাৰ ক্ষেত্ৰত আধুনিক আৰু নতুন নিৰ্ণয় দিব পাৰিব। গতিকে মই থোৰতে কেনেকৈ লিখিম তাকেই ভাবি চিন্তিত হৈছোঁ। পৰম পিতা পৰমেশ্বৰৰ ওচৰত জেঠাইৰ শতায়ুতকৈও অধিক আয়ু

কামনা কৰি মই মোৰ লিখনিৰ শুভাৰম্ভ কৰিছোঁ— মই যিদৰে জানো, অনুভৱ কৰো, ঠিক সেইদৰেই লিপিবদ্ধ কৰিম বুলি আজি কেইবা-দিনৰে পৰা চিন্তা কৰি আছোঁ, মনত এটা পৰিৱেশ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছোঁ। কৰ্মযোগী, স্বাৱলম্বনৰ প্ৰতীক স্বৰূপ ব্যক্তিত্বক লিখনিৰ মাধ্যমেৰে কেনেকৈ প্ৰকাশ কৰা সম্ভৱ? ভাৱ প্ৰকাশত ক'ৰবাত যেন ব্যক্তিত্ব, ফুটি নুঠিব, এনে এটা ভাৱে মোক দোলা দি আছে।

১৯৪৬ চনত মহামানৱ মহাত্মা গান্ধীয়ে স্ব-হস্তে স্থাপন কৰা কস্তুৰবা ট্ৰাষ্ট (নিধি), ১৯৬১ চনত পূজ্য ৱিনোবাজীয়ে স্থাপন কৰা ভাৰতৰ পূৱ প্ৰান্তত লক্ষীমপুৰ জিলাৰ বিশ্বশান্তিৰ উজ্জ্বল বৰ্ত্তি-মৈত্ৰী-আশ্ৰম, অসম সৰ্বোদয় সমাজ, ভূদান-গ্ৰামদান আৰু গ্ৰামস্বৰাজ আন্দোলন এই সকলোৰেই মূলতে আছে শ্ৰীযুতা অমল জেঠাই। তেখেত স্বাৱলম্বনৰ প্ৰতীক। স্বাৱলম্বন শিক্ষাৰ প্ৰতিটো স্তৰকেই পুঙ্খানুপুঙ্খ ৰূপে কঁহীয়াই চাইহে জেঠায়ে কামত খটুৱাবলৈ দিহা কৰে।

গান্ধীজী আৰু জেঠাই জীৱনৰ কৰ্মৰাজিৰ প্ৰভাৱ মোৰ স্বৰ্গীয়া মাৰ জীৱনত পৰিছিল আৰু মই শ্ৰীযুতা জেঠাই, মাৰ জীৱনদৰ্শনৰ দ্বাৰা প্ৰভাবান্বিত। শ্ৰীযুতা অমল প্ৰভা দাস যিদৰে এচামৰ শ্ৰদ্ধাৰ মৰমৰ 'বাইদেউ' ঠিক সেইদৰে আন এচামৰ মৰমৰ 'জেঠাই'। এই সম্বন্ধ পৰিয়াল বা তেজৰ সম্বন্ধতকৈও বেচি নিবিড় অধিক মিঠা, অধিক আপোন। সাংসাৰিক জীৱনৰ গুৰিবঠা পোনবাটে চলাই নিবলৈ জেঠাইদেৱে যিদৰে মিঠা উপদেশ দিব পাৰে, ঠিক সেইদৰে প্ৰতি-জনী ছোৱালীৰ সুপ্ত হৈ থকা সত্য সুন্দৰ আৰু সেৱাময় আধ্যাত্মিক জীৱনৰ গুৰিবঠা টানকৈ আৰু পোনকৈ ধৰি ব্যক্তিগত তথা সমাজ-জীৱনক মঙ্গলময় সৰ্বাঙ্গসুন্দৰ কৰাৰ অনুপ্ৰেৰণাও দিব পাৰে। জেঠাইৰ নীৰৱ কৰ্মময় জীৱনে এই আদৰ্শ দেখুৱাই আহিছে। মনু স্মৃতিত এষাৰ কথা আছে 'সদা শুচি কাৰ্য্যহস্তা' He is holy who works

with hands” স্বাৱলম্বনৰ মূৰ্ত্তপ্ৰতীক জেঠাইয়ে এই আপ্ত শাঁকি বাক্য আখৰে আখৰে পালন কৰি আহিছে। মহামানৱ মহাত্মা গান্ধী আৰু বাবা ৱিনোবাজীৰ আদৰ্শক সম্পূৰ্ণৰূপে নিজৰ জীৱনত আৰু সমাজ-জীৱনত প্ৰয়োগ কৰি উত্তৰ পুৰুষৰ বাবে এটি সুন্দৰ সেন্দুৰীয়া আলি বান্ধি থৈছে। উত্তৰ পুৰুষৰ কৰ্ত্তব্য হৈছে, গান্ধী-ৱিনোবাৰ দৰ্শন আয়ত্ব কৰি, নিজৰ বিবেক বুদ্ধিৰ সুপ্ৰয়োগ কৰি এখন স্বাৱলম্বী, সমৃদ্ধিশালী, আধুনিক, গতিশীল সমাজ গঢ়ি তোলা, প্ৰতিজন নাগৰিকৰ চকুৰ জ্যোতি আৰু মুখৰ হাঁহি ব্যাপক কৰা।

জেঠাইৰ ৭৫ বছৰ বয়সীয়া সেৱাময় জীৱনৰ প্ৰতিটো মুহূৰ্ত্ত দৰিদ্ৰজনৰ সৰ্বাঙ্গীন উন্নতি আৰু গঠনমূলক কাৰ্যাপদ্ধতিৰ সৈতে নিৰৱছিন্ন ভাৱে জড়িত হৈ আছে। তেখেতৰ কৰ্মময় জীৱনৰ সোণালী অধ্যায়ৰ জীৱন্ত স্বাক্ষৰ, কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰক ট্ৰাষ্ট, ১৯৫০ চনৰ বান-পানী পীড়িত অঞ্চলৰ উত্তৰ লক্ষীমপুৰৰ পথালিপাম “কল্যাণ কেন্দ্ৰ”, ১৯৬১ চনত স্থাপিত মৈত্ৰী আশ্ৰম আৰু সৰ্বোদয়, ভূদান-গ্ৰামদান, গ্ৰাম স্বৰাজ, আন্দোলনে বহন কৰি আহিছে।

কাপোৰৰ বুতাম লগাবলৈ আৰু বিপু কৰিবলৈ ধৰোতে মই ভাবিছোঁ -এই প্ৰাকৃতিক দুৰ্যোগত পীড়িত মানুহৰ সেৱাকৰা ভাৱ খিনি ক'ৰ পৰা পালোঁ। অৱশ্যে বানপানীৰ অভিজ্ঞতা শৈশৱতেই পাইছো। যিদৰে ৰিপু কৰি দুটা বা তিনিটা বা সহস্ৰফাট জোৰা লগাব পাৰি, একে-লগ কৰিব পাৰি, সিদৰে সহস্ৰজনৰ, সহস্ৰবিধ মনৰ, এখন সমাজ, এক-জাতিক, এটা আদৰ্শেৰে একেলগ কৰিব পাৰি। ইয়াৰ বাবে নীৰৱে কাম কৰি যোৱাৰ আদৰ্শও জেঠাইৰ জীৱনতে পাব পাৰি।

শ্ৰীযুতা অমলপ্ৰভা জেঠাইৰ মৰমৰ দেউকাৰ উম লৈ শৈশৱৰ কিছুদিন কটাবলৈ মোৰ সৌভাগ্য হৈছিল। পৱিত্ৰ শৰণীয়া আশ্ৰমৰ পৰিৱেশ অৰ্থাৎ কস্তুৰবা স্মাৰক নিধিৰ কাৰ্য্যস্থলত মোৰ শৈশৱ গঢ় লৈছিল। মোৰ মা স্বৰ্গীয়া ঘনকান্তি ফুকননী এই অনুষ্ঠানৰ গ্ৰামসেৱিকা বিদ্যালয়ৰ

প্ৰথম সঞ্চালিকা আছিল। বিদ্যালয়ত ৰাতি পুৱা ৪ বজাত উঠি চাৰেচাৰি বজাত সৰ্বধৰ্ম প্ৰাৰ্থনাৰে দিনটোৰ কাৰ্য্যসূচী আৰম্ভ কৰি বিভিন্ন গঠনমূলক কাৰ্য্যাৱলী, ভাৰতীয় সংস্কৃতি আৰু গান্ধীদৰ্শন অধ্যয়ন ইত্যাদিৰে দিনটো কটাই, ৰাতি ৯ বজাত দিনটোৰ শুভসমাপ্তি হৈছিল। আজিও সেই কাৰ্য্য ক্ৰমনিকা অবাৰিত ভাৱে চলি আছে। গতিকে এই পৰিৱেশে মোৰ শৈশৱ মনত এটি স্বকীয় সুকীয়া চিন্তা, সমন্বয়ৰ ভাৱৰ ভেটি গঢ়ি তুলিছিল। সেইকথা মই এতিয়া ছুকুৰি শৰৎ আৰু বসন্তৰ দেওনা পাৰ হৈ যোৱাত গভীৰ ভাৱে উপলব্ধি কৰিব পাৰিছোঁ। মোৰ চিন্তা, ভাৱধাৰা আৰু অনুভৱৰ এটি সুকীয়া অস্তিত্বৰ অনুভৱ কৰোঁ। সাংসাৰিক পোৱা নোপোৱাৰ আনন্দ আৰু তিক্ততাৰ মাজতো আত্মসন্তুষ্টিৰ এটি স্বৰ্গীয় অনুভূতিয়ে মোৰ সত্বাক উদগনি দিয়ে, শক্তি দিয়ে। মোৰ মনত নীৰৱে বৈ থকা আধ্যাত্মিক চিন্তাৰ ফল্গুধাৰাৰ উৎস শৰণীয়াৰ বৰ্ত্তমানৰ বেলগছ জোপাৰ তলতেই অঙ্কুৰিত হৈছিল। আজিও সেই পূত বৃক্ষজোপাই সময়ৰ অনুধাৱন কৰি কালজয়ী হৈ আছে। ইটাৰ খট খটিৰে উঠি শৰণীয়া আশ্ৰমৰ মাটি স্পৰ্শ কৰিলেই বেলজোপাই প্ৰথমে স্বাগতম জনায়। তত্নুপৰি গান্ধী-কুটিৰৰ ওচৰত থকা সেই নিম গছজোপা, যিজোপা গছৰ তলত বহি বাপুজীয়ে সূতা কাটিছিল, বিনোবাজীয়ে গীতা পঢ়িছিল আৰু সীমান্ত গান্ধী খান আব্দুল গফুৰ খানৰ স্পৰ্শেৰে মহিমামণ্ডিত হৈছিল, সেই জোপাৰ শীতল ছায়া আৰু পৱিত্ৰ বতাহেও মোৰ মনত চিন্তাৰ জোৱাৰ তুলি আহিছে।

তত্নুপৰি গুৱাহাটীৰ হৰিজন বস্তিৰ ( বৰ্ত্তমান বি, বৰুৱা মহাবিদ্যালয়ৰ বিপৰীতে থকা ঠাই ডোখৰ ) নিয়মিত চাফাইৰ ব্যৱস্থা আশ্ৰমৰ কৰ্মীসকলে নিজ হাতেৰেই কৰা মই নিজ চকুৰে দেখিছিলোঁ। এইদৰে মোৰ শৈশৱতে গঠনমূলক কামৰ প্ৰত্যক্ষ দৰ্শন হৈছিল। সেয়েহে মোৰ চাৰিও ফালৰ পৰিৱেশতো এটি সেৱাৰ পৰিৱেশ গঢ়ি তুলিবলৈ

নম্ৰভাৱে যত্ন কৰি আহিছো।

স্বাৱলম্বনৰ প্ৰতীক জেঠায়ে যতঁৰত নিজে কাটি লোৱা সূতাৰ দ্বাৰা তৈয়াৰী মেখেলা-চাদৰ, ব্লাউজ ব্যৱহাৰ কৰে আৰু অন্যান্য দৈনন্দিন ব্যৱহাৰ কৰা সামগ্ৰীও কুটিৰ শিল্পজাত। জেঠায়ে ফটা কাপোৰ চিলোৱা সূতাডালো নিজে হাতে কটা সূতাৰেহে তৈয়াৰ কৰি লয়। কিন্তু তথাপি আধুনিক লাগতিয়াল সামগ্ৰী সমূহৰ প্ৰতিও জেঠাইৰ এটি আধুনিক মন আছে। ঠিক যেন প্ৰাচীনত্ব আৰু নতুনত্বৰ, আধ্যাত্মিকতা আৰু বিজ্ঞানৰ এটি সু-সমন্বয় জেঠাইৰ জীৱনত প্ৰতিফলিত হৈছে।

১৯৬৮ চনত মৈত্ৰী আশ্ৰমত অনুষ্ঠিত হোৱা আন্তৰাষ্ট্ৰীয় গান্ধীদৰ্শনৰ অধিবেশন খনি জেঠাইৰ নেতৃত্বত সম্পাদন হৈছিল। ময়ো জেঠাইৰ লৈতে গৈছিলোঁ। বিভিন্ন দেশৰ ছাত্ৰ ছাত্ৰী, অধ্যাপক অধ্যাপিকা, সমাজ কৰ্মী, সৰ্বোদয় কৰ্মী, গোট খাই মৈত্ৰী আশ্ৰমৰ ওচৰৰ গাৱঁত শ্ৰমদান কৰিছিলোঁ। সৰ্বোদয় সমাজ ৰচনাৰ আহিঁৰে আমাৰ কাৰ্য্যসূচী আগ বাঢ়িছিল।

গান্ধীজীয়ে ভাৰত সম্পৰ্কে কোৱা এষাৰ কথাৰে সামৰিব খুজিছো "India's destiny lies not along the bloody way of the west, but along the bloodless path of peace that comes from simple and godly life. She must be strong enough to resist it for her own sake and that of the world."

অৱশেষত শ্ৰীযুতা অমল প্ৰভা জেঠাইৰ দীৰ্ঘজীৱন কামনা কৰি মোৰ এই সামান্য লিখনিৰ সামৰণি মাৰিলোঁ।

—:—

# চিৰচেনেহী—অমল প্ৰভা বাইদেউ

—নিৰন বৰা

১৯৫৭ চন। মই তেতিয়া স্কুলৰ শিক্ষক। শিৱসাগৰ জিলাৰ, চাৰিং বান্ধৱতি গাৱঁৰ সোমেশ্বৰ বান্ধৱতীয়ে ভূদানৰ অমৃত বাণী লৈ উত্তৰ লক্ষীমপুৰত প্ৰৱেশ কৰিলে। সিদিনা আছিল জানুৱাৰী মাহৰ পহিলা তাৰিখ। পদ্মপুৰ কস্তুৰবা কেন্দ্ৰত এখনি ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। সোমেশ্বৰ বান্ধৱতীয়ে গান্ধীদৰ্শনৰ মূলতত্ব বোৰ্ডত আঁকি বুজাই আছিল। সিদিনা যেন মোৰ অন্তৰে বিচৰা বস্তুটো হাততে পালোঁ। সেই দিনাই মই লোকাসকলক ফৰ্মত চহী কৰিলোঁ আৰু এবিঘা মাটি দান কৰিলোঁ।

সেই সময়ত অমল বাইদেউৰ নাম শুনিছিলোঁ; কিন্তু বাইদেউক দেখা নাছিলোঁ। বাইদেউৰ সান্নিধ্য লাভ কৰিবলৈ মনটো উদগ্ৰীৱ হৈ আছিল। অন্তৰত এটি নতুন প্ৰেৰণা লৈ নতুন পোহৰৰ সন্ধানত খোজ লৈছিলোঁ। ১৯৫৭ চনত বিদুষী মহিলা শ্ৰীযুতা বিমলা ঠকাৰৰ মাৰ্গদৰ্শনত দক্ষিণ কামৰূপৰ ছয়গাৱঁত এটি কৰ্মীশিৱিৰ অনুষ্ঠিত হৈছিল। মইও সেই শিৱিৰলৈ নিমন্ত্ৰণ পালোঁ। ঘৰৰপৰা ওলালোঁ। মোৰ লগত বন্ধু শ্ৰীদেৱনাথ হাজৰিকাও আছিল। আমি যথাসময়ত ছয়গাওঁ পালোঁহি।

ছয়গাৱঁৰ শিৱিৰত সৌভাগ্যক্ৰমে অমল বাইদেউক পালোঁ। বাইদেউক লগ পাই চিনাকী হলোঁ আৰু এটা নতুন পোহৰৰ সন্ধান পালোঁ যেন লাগিল। তেখেতৰ ব্যৱহাৰ আৰু কাম দেখি মুগ্ধ হলোঁ। মনতে তেতিয়া ভাৱিবলৈ ধৰিলোঁ, ইমান শিক্ষিতা আৰু ইমান মহান এই মানুহ গৰাকীয়ে চাফাই, সূতাকটা আদি কামবোৰ ইমান সহজ

কৰি গৈছে! ব্যৱহাৰতো সকলোৰে লগত সমান ভাৱে কৰা দেখিলোঁ। বাইদেৱে আমাক স্নেহৰ পাশত আৱদ্ধ কৰিলে। আমি ইয়াৰ আগতে এনে সঙ্গ আৰু এনে ব্যৱহাৰ কাৰো পৰা পোৱা নাছিলোঁ।

একমাত্র বাইদেউৰ সাহসতে আমি নতুনকৈ সৰ্বোদয়ৰ কামত সোমাই, উত্তৰ লক্ষীমপুৰলৈ অসম সৰ্বোদয় সন্মিলন আহ্বান কৰিলোঁ। এই সন্মিলন আহ্বান কৰোতে বহুতো কৰ্মীয়ে আমাক তিৰস্কাৰ কৰিছিল, বহুতে আমাক বাধাও দিছিল। কিন্তু শুদ্ধ সংকল্পত ভগৱানে সহায় কৰে; সেইবাবে বিহপুৰীয়াৰ দুজন বিশেষ ব্যক্তিৰ সহায়ত জুলাই মাহৰ বৰষুণৰ বতৰতো বিহপুৰীয়া হাইস্কুলৰ প্ৰাঙ্গনত তিনিদিনীয়া সৰ্বোদয় সন্মিলন সুকলমে সম্পন্ন হ'ল। সেই দুজন সাহসী ব্যক্তি আছিল, সুনিপুণ কৰ্মবীৰ স্বৰ্গীয় যোগ বৰুৱা আৰু প্ৰাক্তন মন্ত্ৰী শ্ৰীপ্ৰেমধৰ বৰা।

পূজ্য ৱিনোবাজী অসমলৈ অহাৰ আগতে উত্তৰ লক্ষীমপুৰৰ কেইবাখনো গাওঁ, গ্ৰামদানত ভুক্ত হৈছিল। লক্ষীমপুৰীয়া ৰাইজৰ ভূদান গ্ৰামদান আন্দোলনৰ প্ৰতি শ্ৰদ্ধা থকাৰ কাৰণে, সেই সময়ত সমগ্ৰ সেৱা সংঘৰ কাৰ্য্যালয় লক্ষীমপুৰত পতাৰ স্থিৰ কৰা হয়। সেই মৰ্মে লক্ষীমপুৰৰ শ্ৰীমহানন্দ বৰাদেৱৰ বাসভৱনত সমগ্ৰ সেৱা সংঘৰ কাৰ্য্যালয় পতা হয়। সংঘৰ সভানেত্ৰী আছিল পূজ্যা অমল প্ৰভা বাইদেউ আৰু সম্পাদক আছিল শ্ৰীমাণিক চন্দ্ৰ শইকীয়া। মই আৰু শ্ৰীসোমেশ্বৰ ফুকন সদস্য হিচাবে আছিলোঁ। আমি অমল বাইদেউৰ নেতৃত্বত উত্তৰ-লক্ষীমপুৰত ভূদান-গ্ৰামদানৰ কাম কৰিছিলোঁ।

১৯৫৮ চনত মহাৰাষ্ট্ৰৰ পন্ধৰপুৰত অখিল ভাৰতীয় সৰ্বোদয় সন্মিলন অনুষ্ঠিত হৈছিল। পূজ্য ৱিনোবাজীয়ে অসমৰ কৰ্মীসকলৰ লগত তাত হোৱা আলোচনাত লক্ষীমপুৰ জিলাদানৰ সঙ্কল্প ল'বলৈ অসমৰ কৰ্মীসকললৈ আহ্বান জনায়। ৱিনোবাজীৰ আহ্বানত অসমৰ সৰ্বোদয় কৰ্মী, গান্ধীস্মাৰক নিধিৰ কৰ্মী, অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ কৰ্মী,

কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰক ট্ৰাষ্ট, অসম শাখাৰ কৰ্মী সকলে গ্ৰামদানৰ কামত লাগি যায়। আনকি সেই সময়ৰ অসম-মন্ত্ৰীসভাৰ মন্ত্ৰী সকলৰো কেইবাগৰাকীয়ে উত্তৰ লক্ষীমপুৰৰ গ্ৰামদানৰ কামত সহায় আগবঢ়ায়।

এইক্ষেত্ৰত পূজ্য বাইদেউৰ ধ্যান সদায় লক্ষীমপুৰ জিলাদানৰ ওপৰত আছিল। সেই সময়ত গ্ৰামদান সম্পৰ্কীয় যিমান পদযাত্ৰা, শিবিৰ আৰু অন্যান্য কাৰ্য্যক্ৰম অনুষ্ঠিত হৈছিল, সেই সকলোৰে মাৰ্গদৰ্শক আছিল, অমল প্ৰভা বাইদেউ।

মোৰ কামৰ বিশেষ ক্ষেত্ৰ আছিল নাৰায়ণপুৰ উন্নয়ন খণ্ড। মোৰ যিমান দূৰ মনত আছে, সৰ্বভাৰতীয় তথা অসমৰ কৰ্মী সকলে বিভিন্ন প্ৰকাৰে গ্ৰামদানৰ কাম কৰিছিল। এইক্ষেত্ৰত পূজ্য বাইদেউৰ পদৰেণু এই অঞ্চলৰ গাৱেঁ-গাৱেঁ পৰে। ১৯৬৫ চনত নাৰায়ণপুৰৰ হাৰমতি-পিছলা এম, ই, স্কুলত চৈধ্যদিনীয়া সহ অধ্যয়ন শিবিৰ অনুষ্ঠিত হৈছিল। আহাৰ মাহ, খেতিৰ বতৰ। বাইদেৱে পুৰা শ্ৰমদানৰ কাৰ্য্যক্ৰমত হাতত কাচি লৈ গাৱঁৰ মহিলাৰ লগত ধান কটাৰ কথা মনত পৰে। আজিৰ মানুহৰ এই মহান আদৰ্শৰ কথা সপোন যেন লাগিব।

এনে স্নেহময়ী, মাতৃস্বৰূপা বাইদেউৰ মহান আচৰণৰ কথা আমাৰ দৰে সাধাৰণ মানুহে ভাৱিব নোৱাৰে। মই বাইদেউৰ বহুত মৰম পাইছোঁ, কিন্তু এদিনো এষাৰ টান কথা শুনা নাই। এই মৰম স্নেহৰ শক্তিয়ে সৰ্বোদয়ৰ কাম কৰিবলৈ প্ৰেৰণা দিলে—হয়তো বাইদেউৰ সান্নিধ্য নোপোৱা হ'লে এই সৰ্বোদয় আদৰ্শত জীৱন কটাবলৈ নাপালোঁহেঁতেন।

বাইদেউৰ দেউতাক ডাঃ হৰিকৃষ্ণ দাস স্বৰ্গগামী হোৱাৰ দুদিন আগতে কৈছিল, "গান্ধী-বিনোবাৰ পথত কাম কৰা বৰ কঠিন; কাঁইটৰ মুকুট পিন্ধাৰ দৰে। তোমালোকে অতি জটিল পৰিস্থিতিৰ মাজত ধৈৰ্য্যৰে কাম কৰিব লাগিব।" তেখেতৰ এই কথাষাৰৰ সত্যতাৰ প্ৰমাণ মোৰ জীৱনত পালোঁ।—

আমি আশাকৰোঁ যে, বাইদেউৰ প্ৰেৰণাই চিৰদিন কাম কৰিব; এই মহান প্ৰেৰণা আমাৰ উঠি অহা যুৱক-যুৱতীয়ে গ্ৰহণ কৰিব আৰু অসমৰ তথা ভাৰতৰ গাঁৱে-গাঁৱে গ্ৰামস্বৰাজৰ ৰূপ দৰ্শন হ'ব। বাই-দেৱে যেন আমাৰ মাজত দীৰ্ঘজীৱী হৈ আশীৰ্বাদ দি থাকে, পৰমেশ্বৰৰ ওচৰত তাকেই কামনা কৰিলোঁ।

---

# অমল বাইদেউৰ ছত্ৰ-ছায়াত

—প্ৰমদা শৰ্ম্মা

১৯৪৬ চনৰ ৯ জানুৱাৰী তাৰিখে স্বয়ং গান্ধীজীয়ে শৰণীয়া আশ্ৰমত কস্তুৰবাট্ৰাষ্টৰ অসম শাখাৰ কামৰ শুভাৰম্ভ কৰে আৰু শ্ৰীযুতা অমলপ্ৰভা বাইদেউক তাৰ গুৰু ভাৰ অৰ্পণ কৰি যায়। ১৯৪৮ চনত ট্ৰাষ্টৰ সেৱামূলক কামৰ প্ৰশিক্ষণ ল'বলৈ আহি অমল বাইদেউৰ সান্নিধ্য লাভৰ সৌভাগ্য ঘটে। তেতিয়াৰ পৰা এতিয়ালৈকে বাই-দেউৰ সান্নিধ্য আমি পাই আহিছোঁ। বাইদেউৰ মাৰ্গদৰ্শন, মাতৃ তুল্য মৰম স্নেহ, গুৰুৰ দৰে জ্ঞান দান, সহকৰ্মীৰ দৰে সহযোগ, বন্ধুৰ দৰে ভুল শুধৰণী আৰু সূৰ্য্যৰ দৰে প্ৰখৰ প্ৰেৰণা পাই আহিছোঁ।

আমি কস্তুৰবা ট্ৰাষ্টৰ বাই-ভনী সকলে, অমল বাইদেউক "সৰু বাইদেউ" বুলি মাতো। কিয়নো তেখেতৰ মাক দেউতাকৰ দুটি কন্যা সন্তানৰ ভিতৰত বাইদেউ সৰু। পিছত বাইদেৱে নিজ গুণ-কৰ্মৰ ফলত সমগ্ৰ ভাৰত তথা ঢুকি পোৱালৈকে অন্তৰ্ৰাষ্ট্ৰীয় ক্ষেত্ৰৰো বাইদেউ হৈ পৰিল। পূজ্য বিনোবাজীয়েও বাইদেউক "বাইদেউ" বুলিয়েই মাতিছিল। এই গৰাকী বাইদেৱে সংসাৰ বন্ধনত আৱদ্ধ নহৈ, সহজ ভাৱে সমাজ সেৱাকে সাৰথি লৈ ওৰে জীৱন জনতা জনাৰ্দনৰ সেৱাত ব্ৰতী হৈ ৰ'ল।

অমল বাইদেৱে আঠ বছৰ কাল আশাশুধীয়া ভাৱে কস্তুৰবা ট্ৰাষ্টৰ প্ৰতিনিধিৰ দায়িত্ব সুচাৰু ৰূপে বহন কৰি ইয়াৰ পিছতো

আজি পৰ্য্যন্ত মাৰ্গদৰ্শন কৰি কস্তুৰবা ট্ৰাষ্টৰ বৃক্ষ জুপি যাতে ফুলে-ফলে জাতিস্কাৰ হয়, তাৰ বাবে সাৰ পানী যোগাই আছে।

গান্ধীজীৰ মাৰ্গদৰ্শনত বাইদেৱে এই কাম হাতত তুলি ল'লে আৰু লগতে পালে সন্ত পুৰুষ পূজ্য বিনোবাজীৰ আশীৰ্ব্বাদ। এই দুজনা মহাপুৰুষৰ প্ৰতি বাইদেউৰ অগাধ বিশ্বাস। সেইবাবে বাইদেৱে গান্ধী-বিনোবাৰ পথেৰেই লক্ষ্য স্থানলৈ আগুৱাই গৈ আছে।

অমল বাইদেউ এগৰাকী স্বাধীন চিতীয়া মহিলা। তেখেতৰ নিজ যোগ্যতাৰে, ইচ্ছা কৰিলে তেখেতে ডাঙৰ চাকৰী কৰিব পাৰিলে হেঁতেন, কিন্তু বাইদেৱে মনে-প্ৰাণে ভাল পোৱা আৰু প্ৰয়োজনীয় বুলি ভৱা কাম বিলাকত হে আত্ম নিয়োগ কৰিলে। বাইদেউৰ সহানুভূতি আৰু কৰ্ত্তব্যনিষ্ঠাই তেখেতক কোনো কোনো বিশেষ কৰ্মৰ পৰা ৰেহাই নিদিছিল। সেইবাবে বাইদেৱে অবৈতনিক ভাৱে বুনিয়াদী শিক্ষাৰ উপদেষ্টা, সমাজ কল্যাণ পৰিষদৰ সভানেত্ৰী, অসম গান্ধী স্মাৰক নিধিৰ সঞ্চালিকা আদি ৰূপে কাম কৰিব লগীয়া হৈছিল। যি কামকে কৰিছিল, বাইদেৱে তাৰ স্বৰূপো ফুটাই তুলিবলৈ সদায় যত্ন কৰা আমি দেখি আহিছোঁ।

১৯৫০ চনত অসমৰ প্ৰলয়ঙ্কৰী ভূমিকম্প আৰু ইয়াৰ পিছত বানপানীয়ে উজনী অসমত তাণ্ডৱ লীলা খেলিলে। বাইদেৱে তাৰ দুৰ্গত সকলৰ সেৱাৰ কাৰণে সেৱিকা সকলক লগত লৈ, বিধ্বস্ত অঞ্চল সমূহলৈ গ'ল। বৰদলনিৰ জিয়াঢল নদীয়ে ভঙা বান্ধ বন্ধাৰ কাম কৰিবলৈ বাইদেৱে ৰাইজক প্ৰেৰণা যোগাইছিল। ৰাইজৰ লগতে সংবাদয় নেত্ৰী বিমলা ঠকাৰক লগত লৈ বাইদেউ আগ বাঢ়িল বান্ধ বান্ধিবলৈ। ৰাইজে এই বান্ধৰ নাম দিলে "বিমলা বান্ধ"।

১৯৬১ চনত চীন-ভাৰতৰ সীমা সংঘৰ্ষ হ'ল। তাতো বাইদেৱে কেইবাটাও অনুষ্ঠানৰ মুখিয়াল সকলক লৈ এখন সমন্বয় সমিতি গঠন কৰি নাগালেণ্ড, ভূটান, অৰুণাচল আদি সীমান্ত ক্ষেত্ৰ সমূহত

শান্তিসেনাৰ কেন্দ্ৰ খুলি ভয়-ভীত হৈ থকা জনগণৰ মাজত শান্তি-সম্প্ৰীতি, ভাৱাত্মক ঐক্য আৰু সাহস যোগোৱাৰ কাম কৰালে। উল্লেখযোগ্য যে, এই শান্তি কেন্দ্ৰ সমূহৰ ভিতৰত অৰুণাচলৰ হং কস্তুৰবা কেন্দ্ৰই স্থায়ী ৰূপ ল'লে, বাইদেউৰ প্ৰেৰণাতেই।

১৯৬৮ চনৰ ২৬ জানুৱাৰীৰ গণতন্ত্ৰ দিৱসত গুৱাহাটীত হিংসাত্মক কাৰ্য্য সংঘটিত হ'ল। অমল বাইদেৱে গুৱাহাটীৰ বিভিন্ন জনগোষ্ঠীৰ, বিভিন্ন সংগঠনৰ মহিলা সকলক লৈ এখন "মিত্ৰ মণ্ডলী" গঠন কৰিলে আৰু ৭৫ দিনীয়া এটি অখণ্ড পদযাত্ৰা উলিয়ালে। এই যাত্ৰাৰ অখণ্ডতা ৰক্ষা কৰি আমি কস্তুৰবা ট্ৰাষ্টৰ তিনি গৰাকী ভনীয়ে গুৱাহাটীৰ বাহিৰেও অসমৰ উত্তৰ পূৱ চুকৰ বিভিন্ন ঠাইত পদযাত্ৰা কৰিছিলোঁ। উদ্দেশ্য মহান হ'লেও আমাৰ সীমিত শক্তিৰ বাবে আমি মাজে সময়ে ভয়ো খাইছিলোঁ। কিন্তু বাইদেউৰ প্ৰেৰণা আমাৰ লগত আছিল কাৰণে আমি আবস্তুণিৰে পৰা শেষলৈকে নিৰাপদে ভ্ৰমণ কৰিব পৰিছিলোঁ। "সংঘৰ্ষত বিষ আৰু সম্পৰ্কত অমৃত ওলায়" এই কথাষাৰ বাইদেউৰ পৰাই শুনিয়া আমি মৰ্মে মৰ্মে উপলব্ধি কৰিলোঁ। বাইদেউ, সকলোকে মৰমৰ বান্ধেৰে বান্ধিব পৰা এডাল এনাজৰী আৰু এই এনাজৰীডাল লৈয়ে আমি ভীষণ পৰিস্থিতিৰ মাজলৈকে নিঃসংকোচে যাব পৰিছিলোঁ। আমাৰ অন্তৰত এই বিৰাট সাহস আৰু বিশ্বাস বাইদেউৰ এই প্ৰেৰণাই যোগাইছিল।

ছবছৰীয়া অসম আন্দোলনৰ সময়তো আমি অসমৰ নেলী, গহপুৰ, ধুলা, চাউলখোৱা, চিলাপথাৰ, বিষ্ণুপুৰ, জহামাৰী, নাহৰবাৰী আৰু ছমৰীয়া আদি বহু অশান্ত অঞ্চলত প্ৰৱেশ কৰিছিলোঁ। সেই শক্তিৰ উৎস আছিল অমল বাইদেউ। নিৰ্বৈৰ, নিষ্পক্ষ আৰু নিৰ্ভয় বৃত্তিৰে কাম কৰাৰ প্ৰেৰণা আমি অমল বাইদেউৰ পৰাই পাই আহিছোঁ। ১৯৮৩ চনত যেতিয়া জন-মানসৰ বিৰুদ্ধে সাধাৰণ নিৰ্বাচন অনুষ্ঠিত কৰাৰ সিদ্ধান্ত হ'ল, তেতিয়া বাইদেৱে এই নিৰ্বাচন পৰিহাৰ কৰিবলৈ

অসমৰ ৰাজ্যপাললৈ আৰু ভাৰতৰ প্ৰধান মন্ত্ৰীলৈ নম্ৰ নিবেদন জনাইছিল। কিয়নো তেখেতে অসমৰ পৰিস্থিতি উপলব্ধি কৰিছিল। হিংসাত্মক পৰিস্থিতিক তেখেতে সহিব নোৱাৰে আৰু শান্তি সম্প্ৰীতিক, ৰক্ষা কবচ বুলি ভাৱে। পাৰস্পৰিক বুজা বুজিৰ যোগেদি সকলো কাম সুকলমে সমাধা হোৱাত বাইদেৱে সদায় গুৰুত্ব আৰোপ কাৰ আহিছে।

বাইদেউক, গান্ধী-বিনোবাৰ পথ সাৰোগত কৰি সত্য, প্ৰেম আৰু কৰুণাৰ বাটেৰেই গৈ থকা আমি দেখি আহিছোঁ। সহকৰ্মীসকলৰ মাজত যাতে মিলা-প্ৰীতিৰ ৰচিডাল নিচিঙে, তাৰ প্ৰতিও বিশেষ চকু ৰাখে। এই কাৰণেই অসমত এটি সৰ্বোদয়। পৰিয়াল গঢ়ি উঠা সম্ভৱ হৈছে।

অমল বাইদেউ যেন নানান ৰঙৰ, বিভিন্ন সুগন্ধি নানাবিধ ফুলেৰে গাঠি থোৱা এডাল মালাহে। সৰ্বোদয় সমাজ, কস্তুৰবা ট্ৰাষ্ট, গান্ধী-স্মাৰক নিধি, স্ত্ৰীশক্তি জাগৰণ, গঠনমূলক--সেৱামূলক নানা অনুষ্ঠান-প্ৰতিষ্ঠান আদি কোনোটোৱেই বাইদেউক এৰি চলিব নোৱাৰে। ত্যাগ, সেৱা, নম্ৰতাৰ প্ৰতিমূৰ্তি বাইদেউৰ নেতৃত্বই সকলোকে প্ৰভাৱান্বিত কৰি আছে। তেখেতৰ সান্নিধ্যলৈ অহা কৰ্মীৰ প্ৰতিও তেখেতৰ বিশ্বাস আৰু সহানুভূতি অসীম। সমাজসেৱাৰ পথ যিমান সৰল, সিমান কঠিন। এই পথেৰে যাওঁতে মাজে সময়ে উজুতি খাই বাগৰি পৰিলে, বাইদেৱে আমাক মাকৰ দৰেহে দাঙি ধৰি বাট বুলাই লৈ গৈ থাকে।

যিদিনাই গান্ধীজী নিজে আহি অসমৰ কস্তুৰবা ট্ৰাষ্টৰ কাম বাইদেউৰ হাতত সমৰ্পণ কৰি থৈ গ'ল, সেইদিনাৰ পৰাই বাইদেৱে দুখ-ভাগৰ পাহৰি নিষ্ঠাৰে তাত লাগিয়েই ৰ'ল। ফলস্বৰূপে ট্ৰাষ্টৰ কামে ব্যাপকতা গভীৰতা লাভ কৰিবলৈ সমৰ্থ হ'ল। লগে লগে ভৱিষ্যতৰ কাম চলাবলৈ বাবেও গঢ়ি উঠিল এটি মহিলাৰ দল,

যিসকলে সংসাৰ-বন্ধনত আৱদ্ধ নহৈ সমাজ-সেৱাত আত্মনিয়োগ কৰিবলৈ প্ৰেৰণা পালে। বাইদেউৰ প্ৰেৰণাতে অনুপ্ৰেৰিত হৈ অসমৰ দুগৰাকী ভনী শ্ৰীহেম ভৰালী আৰু শ্ৰীলক্ষ্মী ফুকনে ভাৰত, শ্ৰীলঙ্কা আৰু নেপালত বাৰ বছৰীয়া পদযাত্ৰা কৰিলে। অসমতো তিনি গৰাকী ভনীয়ে আঢ়ৈ বছৰীয়া পদযাত্ৰাৰে শান্তি, সম্প্ৰীতি আৰু মৈত্ৰীৰ বাণী প্ৰচাৰ কৰাৰ কথা আগতে উল্লেখ কৰি অহা হৈছে।

বাইদেউৰ অপত্য স্নেহতেই গঢ়ি উঠিল, এটি সৰ্বোদয়-পৰিয়াল। এইদৰে বিভিন্ন অনুষ্ঠানৰ মাজত সু-সমন্বয় ঘটিল। তেখেতে গঢ়ি তুলিলে ছোৱালীৰ কাৰণে শৰণীয়া আশ্ৰম, (কস্তুৰবা ট্ৰাষ্ট) মৈত্ৰী-আশ্ৰম, আৰু ল'ৰাৰ কাৰণে চান্দমাৰী আশ্ৰম, শান্তি সাধনা কেন্দ্ৰ।

বাইদেউৰ গাত আছিল অসীম কষ্ট সহনৰ শক্তি। সকলো পৰিস্থিতিতে বাইদেৱে সহজে নিজক খাপ খুৱাই ল'ব পাৰে। লক্ষীমপুৰ জিলাৰ আওপকীয়া অঞ্চল বিলাকতো বাইদেৱে আমাৰ লগতে দুৰ্গম পথৰ অজান ঠাইত ৰ'দে বৰষুণে বোকাই-পানীয়ে গ্ৰাম-দানৰ কামত ঘূৰি ফুৰিছিল। এবাৰ এচাৰিকটা নামে এখন ঠাইত হঠাতে বানপানীৰ ঢল আহিল। ঘাটৈৰ পৰিয়াল আৰু তেওঁৰ জুপুৰি ঘৰটিত সেই ৰাতি আশ্ৰয় লোৱাৰ বাহিৰে আমাৰ গত্যান্তৰ নাছিল! ঘাটৈৰ পৰিয়ালে অতিথি সৎকাৰৰ বাবে যথা সাধ্যে যত্ন কৰিলেও, সি আছিল তেওঁলোকৰ সাধ্যৰ অতীত। সেই ৰাতি এজনীয়া এখন বাঁহৰ চাঙতে বৰ্ষা-লাগ আদি পাৰি আমি এজনৰ ঠাইত তিনিজনে ৰাতিটো পাৰ কৰিলোঁ। আমাৰ যথেষ্ট চিন্তা হৈছিল, বাইদেউৰ কাৰণে! কিন্তু তেতিয়াও বাইদেউৰ মনৰ সন্তুষ্টি অব্যাহতি আছিল।

এবাৰ ভূদান গ্ৰামদানৰ কামত কাছাৰ জিলাৰ ভিতৰুৱা গাওঁ বিলাকলৈ বাইদেউৰ লগত যোৱাৰ সৌভাগ্য ঘটিছিল। তেতিয়া এটি দুখীয়া পৰিয়ালত সৰু বিচনা এখনতে কোনোমতে দুয়ো শুব লগাত পৰিছিল। এনেয়ে বাইদেউৰ টোপনিত ব্যাঘাত হ'ব বুলি মোৰ চিন্তা

হৈছিল, তাতে আকৌ বিচনাত শুবলৈ লোৱাৰ লগে লগে মোৰ ভীষণ কাঁহ আৰম্ভ হ'ল। মই উপায়ান্তৰ হৈ বাহিৰলৈ ওলাই আহিলোঁ। বাইদেৱে সাৰ পাই বাহিৰলৈ ওলাই আহি কলে— "মোৰ একো অসুবিধা হোৱা নাই, টোপনিত একো ব্যাঘাত নহয়, তুমি আহা।" এইদৰে কষ্টক কষ্ট নুবুলি বাইদেৱে ঘূৰি ফুৰিছিল, গাঁৱে গাঁৱে নিস্বাৰ্থ সেৱাৰ কামত।

১৯৪৬ চনত মহাত্মা গান্ধী অসমলৈ আহোঁতে ৯ জানুৱাৰীৰ পৰা ১১ জানুৱাৰীলৈ শৰণীয়া আশ্ৰমতে আছিল। ১১ জানুৱাৰীৰ দিনা স্বাধীনতা আন্দোলনৰ স্বহীদ পৰিয়ালৰ লগত গান্ধীজীক সাক্ষাৎ কৰোৱাৰ আয়োজন কৰা হৈছিল। প্ৰত্যেক গাঁইৰে নিৰ্দিষ্ট সংখ্যক লোকক মাতি পঠোৱা হৈছিল যদিও, তাতকৈ অধিক সংখ্যাক মানুহ শৰণীয়াত উপস্থিত হ'লহি। কৰ্মী সকলেও মৌ মাখিৰ দৰে কামত তৎপৰ হৈ পৰিল। তেতিয়াৰ 'সাপ্তাহিক অসমীয়া'ই বাতৰি পৰিবেশন কৰিছিল—" "শৰণীয়া আশ্ৰমৰ পৰিপাটি ব্যৱস্থাৰ মূলতে হৈছে, ডাঃ হৰিকৃষ্ণ দাসৰ নুমলীয়া জীয়াৰী শ্ৰীমতী অমল প্ৰভা দাসৰ কাৰ্য্যনিপুণতা।"

এইদৰে বাইদেউৰ নিপুণতা, কমাৰম্ভৰ পৰাই পৰিলক্ষিত হৈছিল। সাংবাদিক নেতা আচাৰ্য্য দাদা ধৰ্মাধিকাৰীয়ে কৈছিল— "ডাঃ হৰিকৃষ্ণ দাসে বহুতো নিৰাশ্ৰয় লোকক আশ্ৰয় দিলে, দেশৰ বাবে ত্যাগ, সেৱা আৰু দৰিদ্ৰৰ বাবে সকলো ধন সম্পত্তি দান কৰিলে। কিন্তু তাতোকৈ, মহান সম্পদ বিশ্ববাসীৰ কাৰণে দি গ'ল, তেখেতৰ কন্যা অমল প্ৰভা দাসক।"

এনে এগৰাকী বাইদেউৰ ছত্ৰ-ছায়াত থাকিবলৈ পাই, আমি নিজকে কৃতাৰ্থ মানিছো আৰু বাইদেউৰ দীৰ্ঘজীৱন কামনা কৰিছো।

—ঃ—

# ত্যাগমূৰ্ত্তি অমল বাইদেউ

—চিকন কাকতী

অহা ১১ নবেম্বৰত অমল বাইদেউৰ ৭৫ বছৰ পূৰ্ণ হ'ব। মোৰ যেতিয়াৰ পৰা বাইদেউৰ লগত সম্পৰ্ক স্থাপন হৈছে, তেতিয়াৰ পৰাই বাইদেউক মোৰ দৃষ্টিত এগৰাকী কৰ্ম, জ্ঞান আৰু ভক্তিৰ সমন্বয় মাতৃ ৰূপে পাই আহিছো। মোৰ বাইদেউৰ লগত প্ৰথম সম্পৰ্ক হয়, শৰণীয়া কস্তুৰবা গ্ৰামসেৱিকা বিদ্যালয়ত, মোৰ ভনী শ্ৰীহেম কাকতী, ( বৰ্ত্তমান কস্তুৰবা গান্ধী ৰাষ্ট্ৰীয় স্মাৰক ট্ৰাষ্টৰ প্ৰতিনিধি ) আশ্ৰমলৈ তাৰ সম্পৰ্কে আলোচনা কৰিবলৈ আহোঁতে। মই এইটো সূক্ষ্ম-ভাৱে লক্ষ্য কৰি আহিছো—আৰম্ভণিৰে পৰা বাইদেউৰ লগত আমাৰ এটা আত্মীয়তাৰ ভাৱ গঢ়ি উঠিছিল।

তেখেতৰ মোৰ প্ৰতি থকা বিশ্বাস আৰু স্নেহৰ ফল স্বৰূপে মই অসম গান্ধী স্মাৰক নিধিৰ তত্ত্ব প্ৰচাৰৰ কামত অসমৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰিবলৈ ধৰিলোঁ। এদিন হঠাতে এটা সুযোগ আহি উপস্থিত হ'ল। বাইদেৱে এদিন গান্ধী স্মাৰক নিধিৰ অফিচলৈ আহি ক'লে যে, "পূজ্য বিনোবাজী পদব্ৰজে অসমলৈ আহিব ধৰিছে। তোমাক গান্ধী স্মাৰক নিধিৰ তৰফৰ পৰা সহযোগ কৰিবলৈ পদযাত্ৰাত ৰখাৰ কথা ভাৱিছো। আশাকৰোঁ তুমি এই সুযোগ গ্ৰহণ কৰিবা। মোৰ বিশ্বাস যে, পূজ্য বাবাৰ সান্নিধ্যলৈ আহিলে তোমাৰ আধ্যাত্মিক চিন্তা ধাৰাও সুসংগঠিত হ'ব। তেখেতৰ দৰে এজন মহাপুৰুষৰ মাৰ্গদৰ্শন

লাভ কৰিবলৈ পোৱাটো পৰম সৌভাগ্যৰ কথা।" সচাঁকৈয়ে মোক এই মহামিলনৰ সুযোগ দিয়া বাবে, মই পূজ্যা বাইদেউৰ ওচৰত চিৰ কৃতজ্ঞ।

আনৰ সুখত সুখী আৰু আনৰ দুখত দুখী হোৱাটো তেখেতৰ এক স্বভাৱ সুলভ ধৰ্ম। গৰীব-দুখীয়াৰ প্ৰতি তেখেতৰ আছে এখন বিশাল অন্তৰ। তেখেতে আনক কেতিয়াও টান কথা কোৱা নাই, বৰঞ্চ মৰম হে কৰা দেখিছোঁ। ই তেখেতৰ এক মহান গুণ। বাইদেউৰ স্বভাৱ, শিশু সুলভ। তেখেত ইমান নম্ৰ যে, তেখেতৰ কথাত কোনেও মনত কষ্ট নাপায়। তেখেতে সকলো কাম নম্ৰতাৰে কৰি যায়, কতো অহমিকাৰ লেশ মাত্ৰও নাই। সৰল জীৱন যাপন আৰু উচ্চ চিন্তনেই তেখেতৰ জীৱনৰ ব্ৰত। সেইবাবে তেখেতৰ খোৱা-বোৱা পিন্ধন-উৰণ, চলন-ফুৰণ অতি সহজ আৰু সৰল। ঐশ্বৰ্য্য-বিভূতিৰ অধিকাৰী হৈও বাইদেউৰ গাত অভিমান-আভিজাত্যৰ লেশ মাত্ৰও পোৱা নাযায়।

অমল বাইদেউ সদায় কামনা-বাসনা হীন আৰু মায়া-মোহ শূন্য, এগৰাকী বৈৰাগী। সকলো সময়তে সকলো প্ৰকাৰে মুক্ত হৈ থকাটো বাইদেৱে অধিক পছন্দ কৰে। তেখেতৰ অধ্যায়ন, প্ৰাৰ্থনা আৰু যি কোনো কামকে সমৰ্পণ বুদ্ধিৰে আৰু ঐকান্তিকভাৱে কৰা দেখিবলৈ পোৱা যায়। বাইদেৱে সকলো কথা গণতান্ত্ৰিক ভাৱে আৰু সামূহিক আলোচনা-বিলোচনা আৰু বুজা-বুজিৰ মাজেৰে কৰিবলৈ প্ৰয়াস কৰে।

বাইদেউ সংযমৰ এটি প্ৰতিমূৰ্ত্তি। মহামানৱ মহাত্মা গান্ধী আৰু পূজ্য বিনোবাজীৰ সান্নিধ্যই বাইদেউক সম্পূৰ্ণ ভাৱে—সত্যই জীৱনৰ পথ, সংযমেই জীৱনৰ পদ্ধতি আৰু সেৱাই জীৱনৰ ব্ৰত হিচাবে ল'বলৈ শিকাইছে। তেখেতক দেখিলে গান্ধীজীৰ বেয়া কথা নক'বা, বেয়া কথা নুশুনিবা আৰু বেয়া কথা নাচাবা—সেই তিনিটা বান্দৰৰ কাৰ্য্যৰ লগত সম্পূৰ্ণ মিলি যোৱা যেন অনুমান হয়।

সমাজসেৱাৰ কাম কৰা কৰ্মীসকলৰ প্ৰতি বাইদেউহঁতৰ ঘৰখনৰে মৰম আছিল অপৰিসীম। দেউতা ডাঃ হৰিকৃষ্ণ দাসৰো আমাৰ প্ৰতি স্নেহ আছিল পুত্ৰবৎ। তেখেতসকলৰ ঘৰখনেই আছিল এখন অতিথি শালা। তাত থাকি ব্ৰহ্মমুহূৰ্ত্তত উঠি গীতাৰ শ্লোকেৰে প্ৰাৰ্থনা কৰি পৰম আনন্দ উপভোগ কৰিছিলোঁ। প্ৰাৰ্থনাৰ অন্যতম সাঁচ বন্ধুৱা গীত আছিল ৰবীন্দ্ৰ নাথৰ—

অন্তৰ মম বিকাশিত কৰ, অন্তৰতৰ হে,
জাগ্ৰত কৰ, উদ্যত কৰ নিৰ্ভয় কৰ হে,
মঙ্গল কৰ, নিৰলস কৰ, নিঃসংশয় কৰহে,
যুক্ত কৰ হে সবাৰ সঙ্গে মুক্ত কৰহে বন্ধ,
সঞ্চাৰ কৰ সকল কৰ্মে, শান্ত তোমাৰ ছন্দ
চৰণ পদ্মে মম চিত্ত নিস্পন্দিত কৰ হে
নন্দিত কৰ, নন্দিত কৰ, নন্দিত কৰ হে।

অমল বাইদেউৰ মাক-দেউতাক দুয়োজনেই আছিল মহাত্মা গান্ধীৰ একান্ত অনুগামী। মাক আৰু দেউতাকৰ পৰাই বাইদেৱেও সমাজ-সেৱাৰ প্ৰেৰণা লাভ কৰিছিল। বাইদেৱে দেশসেৱাৰ মহান ব্ৰতত ব্ৰতী হ'বলৈ বুনিয়াদী শিক্ষা আৰু গান্ধীজীৰ গঠনমূলক কামৰ প্ৰশিক্ষণ ল'বলৈ ৱাৰ্দ্ধা আৰু সেৱগ্ৰামলৈ যায়। তেখেতৰ গঠনমূলক কামৰ প্ৰতি নিষ্ঠাই বাপুজীক মুগ্ধ কৰে আৰু বাপুজীয়ে বাইদেউক কস্তুৰবা ট্ৰাষ্টৰ অসমৰ প্ৰথম প্ৰতিনিধি হিচাপে নিৰ্বাচন কৰে।

জনসেৱাৰ কাৰণে কস্তুৰবা ট্ৰাষ্টক লগা মাটি-বাৰী, ঘৰ-দুৱাৰ ডাঃ হৰিকৃষ্ণ দাস দেউতাই দান কৰি গৈছে। মাহলা আৰু শিশু সেৱাৰ ই এটি ডাঙৰ অনুষ্ঠান। ইমানেই নহয়, পুৰুষ সকলৰ কাৰণেও একে উদ্দেশ্যেৰে আন এখন আশ্ৰম চান্দমাৰীতো প্ৰতিষ্ঠা কৰি থৈ গৈছে, যি অনুষ্ঠানে এতিয়াও গঠনমূলক কামৰ গুৰি ধৰিব পাৰিছে।

পূজ্য বাইদেউৰ গুণমুগ্ধ সহকৰ্মী সকলে তেখেতসকলৰ স্নেহ

আৰু শ্ৰদ্ধাৰে অমল বাইদেউক "বাইদেউ" আখ্যা দিছে। এই বাইদেউৰ সন্মান কেৱল অসমতে আৱদ্ধ হৈ থকা নাই। আজি অমল বাইদেউ সৰ্বভাৰতীয় "বাইদেউ"।

এই গৰাকী সমাজ সেৱিকাৰ অসাধাৰণ কৰ্ম শক্তি আৰু প্ৰতিভা সদৌ ভাৰতৰ গঠনমূলক কৰ্মীসকলৰ বাবে প্ৰেৰণা দায়ক। তেওঁৰ জনসেৱাৰ কামত মুগ্ধ হৈ যমুনলাল বাজাজ ট্ৰাষ্টৰ বটা তেওঁলৈ সন্মানেৰে আগ বঢ়ালে। তেওঁ তাৰ সকলো ধন অসমৰ বিভিন্ন গঠনমূলক সেৱা-কাৰ্য্যৰ বাবে বিলাই দিলে।

পৰম পিতা পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছো তেওঁ যেন সুস্থ শৰীৰেৰে, সুস্থ মন লৈ আমাক দীৰ্ঘকাল ধৰি মাৰ্গদৰ্শন কৰি থাকিব পাৰে। তেওঁৰ ৭৫ বছৰীয়া জন্ম দিৱসত তেওঁলৈ শ্ৰদ্ধা নিবেদন কৰিছোঁ।

——

# অমল প্ৰভা বাইদেউৰ জ্যোতিয়ে আমাক উদ্‌ভাসিত কৰক

—লিলি মজিন্দাৰ বৰুৱা

শ্ৰীযুতা অমল প্ৰভা দাস স্বনামধন্য স্বৰ্গীয় ডাঃ হৰিকৃষ্ণ দাসদেৱৰ সৰু জীয়াৰী। তেখেতৰ মাক স্বৰ্গীয়া হেমপ্ৰভা দাস ডিব্ৰুগড় চৰকাৰী ছোৱালী হাইস্কুলৰ কৃতী শিক্ষয়িত্ৰী আছিল। শ্ৰীযুতা অমলপ্ৰভা বাইদেউৰ একমাত্ৰ ভায়েক, একালৰ প্ৰখ্যাত স্ত্ৰীৰোগ চিকিৎসক ডঃ তিলোত্তমা ৰায়চৌধুৰী।

শ্ৰীযুতা অমল বাইদেউ পূজ্য বিনোবাজীৰ ভাষাত বিনম্ৰতাৰ প্ৰতিমূৰ্ত্তি ( emodiment of humility )। এনে গুণৰ অধিকাৰী হ'বলৈ বহু সাধনাৰ প্ৰয়োজন। দেখিলেই ভক্তি আৰু প্ৰেমভাৱত মূৰ দো-খাই অহা, এই গৰাকী বাইদেউক আমাৰ শ্বিলঙৰ চৰকাৰী বাসভৱনত নিবিড় ভাৱে লগ পোৱাৰ কেইটামান মুহূৰ্ত্ত মনৰ মাজত বান্ধ খাই আছে। মোৰ শৈশৱৰ স্মৃতিঃ খুব সম্ভৱ, শ্ৰীযুতা বাইদেউ কস্তুৰবা ট্ৰাষ্টৰ কামত, দেউতা স্বৰ্গীয় গোপীনাথ বৰদলৈ দেৱক লগ ধৰিবলৈ গৈছিল। বাইদেউৰ শিশুসুলভ সৰলতাই মোক বাৰুকৈয়ে আকৰ্ষণ কৰিছিল। তেখেতে মোক পিতলৰ টাকুৰীত সূতা কাটিবলৈ শিকাইছিল। পাঁজি কেনেকৈ বাটে তাকো শিকাইছিল। এদিন আমাৰ ঘৰত মা আৰু পুৰী বাইয়ে তাত-বাটি কঢ়া দেখি অমল বাইদেৱেও গৈ সমানে লাগি গ'ল! বাইদেৱে তাঁতত ব' তোলাৰ দৃশ্য মোৰ

সককালৰ স্মৃতিপটত আজিও ভাঁহি উঠে। মহাত্মা গান্ধীৰ আহ্বান আছিল "গাঁৱলৈ ব'লা"—এই কথাষাৰ বাইদেৱে কায়-মন-বাক্যে পালন কৰিছিল। গঠনমূলক কাম কৰিবলৈ গৈ বাইদেৱে গাৱলীয়া পৰিবেশৰ মাজত নিজক এনেদৰে বিলাই দিছিল যে, তাক নিকটতম সান্নিধ্যত থকা জনেহে ভালদৰে বুজি পাব। আজিও শ্ৰীযুতা বাইদেউক উচ্চ চিন্তন আৰু সৰল জীৱন যাপনৰ মাজেদি জীৱন নিৰ্বাহ কৰা দেখা পাওঁ।

এবাৰ দুই বাই-ভনীয়ে যুক্তৰাষ্ট্ৰত থকা মঞ্জুৰ ওচৰলৈ যাবলৈ ওলাল। মঞ্জু তিলোত্তমা বাইদেউৰ একমাত্ৰ ছোৱালী। গধূলি সময়ত মই তেখেতসকলৰ খবৰ ল'বলৈ গৈ দেখোঁ, বাইদেৱে চাদৰ-ব্লাউজ কেইটামানৰ ফটা অংশত জোৰা-তাপলি মাৰিব ধৰিছে। অৰ্থাৎ সেই কাপোৰো বাইদেৱে লগত লৈ যাব, যুক্তৰাষ্ট্ৰলৈ। বৰ পৰিষ্কাৰ -পৰিচ্ছন্নকৈ ধুই থোৱা খদ্দৰৰ কাপোৰ কেইসাজ যে বাই-দেউৰ কিমান প্ৰিয়!

অসমত পৰিচালিত হোৱা গঠনমূলক কামবিলাকৰ বিষয়ে উল্লেখ কৰিবলৈ গ'লে স্পষ্টভাৱে এইটোৱেই প্ৰকাশ পায় যে, শ্ৰীযুতা বাইদেউ ইয়াৰ প্ৰতিটো গুৰুত্বপূৰ্ণ বিষয়ৰ লগত সাঙোৰ খাই আছে। কস্তুৰবাৰ বিয়োগৰ পিচতেই কস্তুৰবা ন্যাসৰ পুঁজি সংগ্ৰহৰ কথা ভাৰত ব্যাপী চলে। অসমতো ইয়াৰ বংহ বলিবলৈ ধৰিলে। ১৯৪৪ চনৰ দেউতাৰ দৈনন্দিনীত এইদৰে পঢ়িলোঁ—"১৭ ৩ ৪৪ তাৰিখ কস্তুৰবা স্মৃতি ৰক্ষাৰ্থে অৰ্থ সংগ্ৰহৰ বিষয়ে অমলপ্ৰভা, বি, কে, ভাণ্ডাৰী আৰু ডাক্তৰ বৰুৱাৰ সৈতে কথা বতৰা হ'লোঁ।"

পুনৰ তেখেতে ১৭/৩/৪৪ ৰ পৰা ১৪/৩/৪৪ ৰ ভিতৰত এনেদৰে লিখিছিল, "কস্তুৰবা স্মৃতিৰক্ষাৰ পুঁজিৰ বাবে কামৰূপত অন্ততঃ ১৫,০০০ টকা তোলা হ'ব, আৰু অসমত মুঠ ৭৫,০০০ টকা তোলা হ'ব, ।"

পুনৰ লিখিছে, "কস্তুৰবা পুঁজিৰ বাবে অ'লৈ ত'লৈ চিঠি লিখা আৰু পুঁজিৰ সম্বন্ধে সংগঠনবিলাক ঠিক কৰাৰ বাহিৰে এোকো কৰিব পৰা নাই।"

১৯৪৬ চনৰ ৯ জানুৱাৰীত গান্ধীজী অসমলৈ আহে। মনত পৰে আশ্ৰমৰ মহানিম গছ জোপাৰ তলত তেওঁ তেখেতে বহি সূতা কাটিছিল —ভাষণ দিছিল আৰু তেখেতৰ কাৰণে সজা এটি খেৰৰ পজা ঘৰত জিৰণি লৈছিল। আজি চাৰি দশকৰ পিচতো, সেই সুন্দৰ শান্তিৰ পৰিৱেশত; এই পবিত্ৰ ঠাই খন এতিয়াও সজীৱ আৰু সক্ৰিয় হৈ আছে।

শ্ৰীযুতা অমল বাইদেৱে স্বাধীনতাৰ গণ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি কাৰাবৰণ কৰিছিল। নীৰৱ সমাজসেৱী বাইদেৱে নিজৰ কৰ্মৰাশিৰ বিষয়ে প্ৰচাৰ কৰিবলৈ ভাল নাপায় আৰু তাৰ বাবে কোনো প্ৰতিদ্বানো নিবিচাৰে। সেয়েহে যেতিয়া ভাৰতৰ প্ৰয়াত প্ৰধান মন্ত্ৰী স্বৰ্গীয় জৱাহৰলাল নেহৰুৱে ১৯৫৫ চনত বাইদেউলৈ "পদ্মবিভূষণ" উপাধি প্ৰদান কৰিবলৈ আমন্ত্ৰণ জনাইছিল, বাইদেৱে সেই উপাধি অতি নম্ৰ ভাষাৰে প্ৰত্যাখ্যান কৰিছিল।

১৯৮১ চনত বাইদেউক পুনৰ" জমনালাল বাজাজ" বটা প্ৰদান কৰা হয়। বাইদেৱে বটা বিতৰণ সমাৰোহত ব্যক্তিগত ভাৱে উপস্থিত নহল; কিন্তু বটা গ্ৰহণ কৰি সেই মূল্য গঠনমূলক অনুষ্ঠান সমূহৰ মাজত বিতৰণ কৰি দিলে।

শ্ৰীযুতা বাইদেৱে, ভাৰত স্বাধীন হোৱাৰ পিচতো অসমৰ প্ৰগতিৰ পথত বহুগুণি আগবঢ়োৱা বহু উদাহৰণ পোৱা যায়, যিবোৰ হয়তো আজিৰ সমাজত অজ্ঞাত হৈ আছে। দেউতাৰ দৈনন্দিনীত লিপিবদ্ধ হৈ থকা আৰু কেইশাৰীমান কথাৰ পৰা ইয়াৰ আভাস পোৱা যায়। ২৫/১/৭৮ তাৰিখে লিখিছে, "ডাঃ দাসৰ ঘৰত কাকাচাহেবক দেখা

কৰিলোঁ। বিশ্ববিদ্যালয় সম্বন্ধে বহুত কথা হ'ল আৰু বাপুজীয়ে আমাৰ বিশ্ববিদ্যালয় সম্বন্ধে কি উপদেশ দিলে, তাকো কাকাজীয়ে ক'লে। মোৰ পক্ষৰ পৰা মই কৈছিলোঁ, কি কাৰণত উপাচাৰ্য্য হ'ব নোৱাৰোঁ। তাৰ পাছত শ্ৰীমতী অমল প্ৰভাক বিশ্ববিদ্যালয়ৰ কাৰ্য্যকৰী কমিটিৰ মেম্বাৰ পতাৰ সম্বন্ধে তেওঁক কলোঁ।"

শ্ৰীযুতা বাইদেউ, কাকাচাহেব আৰু দেউতাৰ আলোচনাৰ মৰ্মে পিচদিনা অৰ্থাৎ ২৬/১/৪৮ তাৰিখে গুৱাহাটীৰ চুদ্‌মাৰ্চন হ'লত বহা আঢ়ৈ বজাৰ মিটিঙৰ বিষয়ে দেউতাই লিখা কথা কেইআষাৰৰ উদ্ধৃতি দিয়া হ'ল— "আঢ়ৈ বজাত চুদ্‌মাৰ্চন হ'ল পালোঁগৈ। শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈক বিশ্ব বিদ্যালয়ৰ উপাচাৰ্য্য পদত নিযুক্ত কৰা হ'ল। কাকাচাহেবক কাউন্সিলৰ সদস্য নিৰ্বিবাদে মনোনীত কৰা হ'ল। ইয়াৰ বাহিৰেও অস্থায়ীভাৱে ডঃ সূৰ্য্যকুমাৰ ভূঞা আৰু শ্ৰীমতী অমল প্ৰভাক সেই সভাৰ সদস্য মনোনয়ন কৰা হ'ল।"

ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে অংশ লোৱা বাইদেৱে দুবাৰো কাৰাবৰণ কৰিছিল। কিন্তু বাইদেউ আছিল দলীয় ৰাজনীতিৰ উৰ্দ্ধত। শ্ৰীযুতা বাইদেউ প্ৰযুক্তি ৰসায়ন বিজ্ঞানত এম, এচ, চি, ডিগ্ৰী লৈ সেই বিষয়ত গৱেষণাত লাগি নিজৰ জীৱন সমৃদ্ধ কৰাতকৈ পিছ পৰি থকা গাৱঁলীয়া ৰাইজৰ উন্নতিৰ কাৰণে বাইদেৱে জন সেৱাৰ পথ হে বাচি ল'লে।

অনাবিল আনন্দেৰে ভৰা চিৰ প্ৰেমময়ী অমল প্ৰভা বাইদেউৰ জ্যোতিয়ে গোটেই জগতক আৰু আমাকো যেন সুদীৰ্ঘকাল উদ্‌ভাসিত কৰি ৰাখে, এয়ে কামনা।

---

# শ্ৰদ্ধা-ভক্তিৰে যাচিলো পুষ্পাঞ্জলি

ৰজনীকান্ত চক্ৰবৰ্ত্তী

শান্ত সৌম্য দীপ্তিমান মুখমণ্ডলী যাৰ
দৃষ্টিত দেখো দিব্যজ্যোতি বিৰাজমান
স্বভাৱত ধীৰ স্থিৰ
অহিংসা মন্ত্ৰত দীক্ষিতা হৈ আগুৱাই সংগ্ৰামী বেশে
দেশ মাতৃকাৰ মুক্তি আন্দোলনত
যুঁজ দিয়ে বৃটিছ সিংহৰ বিৰুদ্ধে
দেশসেৱাৰ আদৰ্শ অক্ষুণ্ণ, ৰাখে তেওঁ।
পদব্ৰজে শত শত মাইল গাৱঁলৈ খোজ দিয়ে
নগৰৰ পৰা বহু দূৰ দূৰণিলৈ
অগ্ৰণী তেওঁ ভূদান-শ্ৰমদান-গ্ৰামস্বৰাজ্য আন্দোলনত।
নিজ স্বাৰ্থ ত্যাগ কৰি জনগণৰ সেৱাত
জীৱন কৰিছে অৰ্পণ
ব্ৰত ল'লে চিৰকুমাৰীৰ
কিন্তু সহৃদয়া মাতৃৰূপে অসহায় দীন-হীন জনক
কৰি আছে দিনে ৰাতি সহায় সহযোগ,
পোহৰৰ পথৰ দিছে সন্ধান।
বিদ্যা-বিনয়ৰ মূৰ্ত্তিৰূপে
বুনিয়াদী শিক্ষা প্ৰচলনত

আগভাগ লৈ
শত শত বালক-বালিকাক কৰাইছে জ্ঞানামৃত পান,
বঢ়াইছে গৌৰব আই অসমীৰ, ভাৰত জননীৰ।
মাতা কস্তুৰবা গান্ধীৰ আদৰ্শ আৰু জাতীয় প্ৰেমৰ
নিদৰ্শন গ্ৰহণ কৰি
ৰাষ্ট্ৰপিতা মহাত্মা গান্ধীৰ আদেশ আশীষ লই
অসমৰ পৰ্বত-ভৈয়ামৰ জাতি ধৰ্ম বৰ্ণ নিৰ্বিশেষে
গোটালে মাতৃশক্তিক শৰণীয়া থামত
ধন্য হ'ল প্ৰাগজ্যোতিষপুৰ;
হাতে কামে শিক্ষিতা কৰাই উদ্বুদ্ধ কৰিলে তেওঁ
শত ছাত্ৰী মহিলাক
জনতাৰ সেৱাত দিলে আগবঢ়াই।
কোন সেই মহান মহীয়সী
ভাৰতৰ পূৱ প্ৰান্তৰ অসম ভূমিত
জন্মদাতৃ মাতৃ তেওঁৰ "হেমপ্ৰভা" আই,
পিতৃৰূপে পৰিচয় "হৰিকৃষ্ণ" দানবীৰ মহান।
তিলোত্তমা বৰ বাইদেউৰ তেওঁ মৰমৰ ভনী 'সৰুমণি"
নাই দুঃখ ক্লান্তি জীৱনত
পিতৃ-মাতৃয়ে এৰি যোৱা সকলো সম্পদ
কৰে দান জন-কল্যাণৰ হেতু
অৰ্পিলে সকলো "ন্যাস"ৰ হাতত
নাম দিলে "সৰ্বোদয় ট্ৰাষ্ট"।
ভাৰত চৰকাৰৰ উপাধি
"পদ্ম বিভূষণ"ৰ প্ৰয়োজন কি?
শুভতাই দিয়ে তেওঁ নম্ৰতাৰে লিখি।
গান্ধীজীৰ গঠন মূলক সেৱা কাৰ্য্যৰ বাবে

শ্ৰেষ্ঠতম 'বাজাজ বটা'ৰ সকলো ধন
দিয়ে তাকো বিলাই উত্তম প্ৰতিষ্ঠানক
কি যে উদাৰতা, ত্যাগৰ মহিমা—
নাই তাৰ তুলনা কৰিব লগীয়া একোকে।
স্মিতভাষী মাতৃস্বৰূপা নহয় কেৱল অসমৰ,
আদৰণীয়া "বাইদেউ" শ্ৰীঅমল প্ৰভা—
গোটেই ভাৰতৰে জন-মানসত
তেওঁৰ আজিৰ জন্ম জয়ন্তীত
কৰিছোঁ শত শত নমস্কাৰ।
এই পৱিত্ৰ দিনত কৰিছোঁ কামনা,
বাইদেউৰ দীৰ্ঘ জীৱনৰ।
ভাষাহীন মোৰ যাচিবলৈ অভিনন্দন,
তথাপি আগবঢ়ালোঁ
শ্ৰদ্ধা-ভক্তিৰে অৰ্পিবলৈ পুষ্পাঞ্জলি মাত্ৰ
বাইদেউৰ চৰণ যুগলত ॥

— ০ —

# আমাৰ বাইদেউ

—নাৰ্গ। ভট্টাচাৰ্য্য
আমেৰিকা
( কেলিফোৰ্ণিয়া )

বাইদেউ বাইদেউ
মৰমৰ বাইদেউ
চেনেহৰ বাইদেউ
শ্ৰদ্ধাৰ বাইদেউ আমাৰ

অসমৰ জীয়াৰী
হ'লা ব্ৰহ্মচাৰিণী
শিকালা আমাক
ত্যাগৰ মহিমা অপাৰ।

জন্ম হৈ সমাজৰ সম্ভ্ৰান্ত শ্ৰেণীত
হেলাৰঙে দলিয়াই
ভোগ-বিলাসৰ সেই সুখৰ জীৱন
কৰিলা অৰ্পণ নিজক ত্যাগৰ বেদীত

নাই একো অভিমান ধন ঐশ্বৰ্য্যৰ
নাই একো অভিমান বিদ্যাৰ গৌৰৱ
নাই একো জাত-পাত, উচ্চ-নীচৰ
নাই একো ভেদা-ভেদ আপোন পৰৰ !

নাজানা একোকে তুমি চতুৰ চালাকি
নাই অন্তৰত একো কলুষ কপট
নাই ৰাগ নাই দ্বেষ নাই কটু ৱাণী
সদায় প্ৰশান্ত তুমি আনন্দ দায়িনী।

পৱিত্ৰ তোমাৰ মন
পৱিত্ৰ তোমাৰ প্ৰাণ
পৱিত্ৰ তোমাৰ হৃদয়
পৱিত্ৰ তোমাৰ ভাৱ অন্তৰৰ ৱাণী
সত্য অহিংসাৰ তুমি জ্বলন্ত চানেকি

সেৱাই তোমাৰ ধৰ্ম
সেৱাই তোমাৰ কৰ্ম
সেৱাই তোমাৰ তপস্যা।
সেৱাৰেই সামৰিছা দেশৰ সমস্যা।

আজিও কৰিছা তুমি
সেৱাৰে প্ৰচাৰ
সেৱাৰেই পূৰ্ণ হ'ল
জীৱন তোমাৰ

এইসৱ প্ৰশান্ত সেৱাৰ
জ্বলন্ত সত্যতাই
প্ৰমানিছে সাৰ্থকতা
তোমাৰ এই পৱিত্ৰ 'অমল' নামৰ।

তোমাৰ এই সু-পৱিত্ৰ অমৃত মহোৎসৱত

যাচিছোঁ অসমৰ ভাই-ভনী সকলৰ হে
হৃদয় যঁতৰত
মনে কটা সূতাৰে
মৰমৰ দীঘ দি চেনেহৰ বাণিৰ।

শ্ৰদ্ধাৰ সেৱাৰে বোৱা
কলীয়া আখৰৰ এই
মূল্যহীন অমূল্য গামোছা
মচিবলৈ চৰণ তোমাৰ।

( সদৌ অসমৰ ভাই-ভনী সকলৰ হে )

--o--

# কোনেনো জ্বলালে সেই গছ বন্তি

—বীণা বৰঠাকুৰ
( পৌনাৰ আশ্ৰম, ৱাৰ্ধা )

কোনেনো জ্বলালে সেইগছ বন্তি ?
হাজাৰ হাজাৰ বছৰৰ অন্ধকাৰ দূৰ হৈ গ'ল
উজ্জ্বল পোহৰে পূৰদিশ তিৰবিৰাই উঠিল
কোনোৱে সেই বন্তিৰে নিজকে চাই ধন্য মানিলে
কোনোৱে প্ৰমিলাৰ সখীগণক একত্ৰ কৰিলে
সমাজত শিক্ষাৰ এক নতুন ৰেঙনি পৰিল
মহিলাৰ মহান শক্তি সহজে সংগঠিত হ'ল।

কোনেনো জ্বলালে সেইগছ বন্তি ?
পৰ্বত ভৈয়াম জুৰি পোহৰাই আছে দিনে ৰাতি
অখণ্ড প্ৰদীপ জ্বলে মুনুমায় বাৰিষাত তিতি
শান্ত শীতল পোহৰ যেন ঔষধৰ কাম কৰে
আয়ুৰ্বেদী নিদানৰ পথ্যৰূপে মনউৰ্মি হৰে
কিমানে সেই পোহৰত জীৱনৰ প্ৰেৰণা পালে।
কিমানেযে প্ৰগতি পথৰ সুললিত গান গালে।

কোনেনো জ্বলালে সেইগছ বন্তি ?
জ্বলোৱা জনক কৰোঁ প্ৰণাম দি শত ধন্যবাদ

সদায়েই থাকক আমাৰ শিৰত এনে আশীৰ্বাদ
হে প্ৰভু কৰা দয়া বন্তি যেন জ্বলিয়েই থাকক
তাত থকা তেল যেন কেতিয়াও শেষ নহওক
একোকে নাই দিবলই ভাৱমাত্ৰ আছে হৃদয়ত
শত শত প্ৰণাম বন্তিৰূপী অমল চৰণত

—০—

# কূৰ্ম দৃষ্টি ৰাখিও মনত

প্ৰাৰ্থনা

শান্ত সুস্থ দেহমন ৰাখা যেন প্ৰভু তুমি
সদা কৰোঁ তোমাৰ নিৰ্ভৰ
জন কৃপা কৰি প্ৰভু দিয়া আয়ু এশপূৰা
কৃপা কৰা আমাৰ উপৰ ।

প্ৰণাম

নাজানোহো স্তুতি নীতি নাজানোহো ভাষা গতি
তন্ত্ৰ মন্ত্ৰ নাজানো একোকে
কৰো মাত্ৰ প্ৰণিপাত ভাৱনা সাগৰে নামি
অজ্ঞ বুলি স্বীকাৰিব তাকে ।

ভিক্ষা

আশীৰ্বাদ থাকে যেন আমাৰ জীৱন প্ৰতি
কূৰ্মদৃষ্টি ৰাখিও মনত
মূল্ তত্ত্বে হোক মতি সেয়ে যেন হোক গতি
জাগি থাকোঁ সঙ্কট ক্ষণত ॥

—চৰণত বীণাৰ প্ৰণাম

-o—

# স্বাৱলম্বনৰ প্ৰতীক—অমল বাইদেউ

—মানিক শইকীয়া

১৯৩৯ চনত প্ৰথম মই অমল বাইদেউক দেখা পাওঁ চাৰিঙৰ এখন মহিলা সভাত। তেতিয়া সমগ্ৰ দেশ জুৰি "ভাৰত ত্যাগ" আন্দোলন চলি আছিল। তেনে এক সন্ধিক্ষণতে অমল বাইদেউ আৰু পুষ্পলতা দাস (তাৰিখটো মনত নাই) আহি চাৰিঙৰ মহিলা সভাত বক্তৃতা দিলেহি। তেতিয়া চাৰিঙত সম্পূৰ্ণৰূপে আগভাগ লোৱা হেম বাইদেউৰ দেউতাক আইতাকহঁত গোটেই পৰিয়ালটি। মিটিঙৰ আগপিছো কৰিছিল সেই কাকতী পৰিয়ালটিয়েই। অৱশ্যে গোটেই চাৰিঙেই আছিল আন্দোলনৰ প্ৰাণকেন্দ্ৰ, অতি অমায়িক আৰু সৰল স্বভাৱৰ অমল বাইদেৱে মহিলা সকলক উদ্দেশি বক্তৃতা দিলে। চাৰিঙৰ আইসকলে একান্ত মনে নিস্তব্ধভাৱে বাইদেউৰ বক্তৃতা শুনিলে। উপযুক্ত নেতৃৰ উপযুক্ত ভাষণ। মই তেতিয়া শিক্ষা জীৱন ত্যাগ কৰা স্বাধীনতা সংগ্ৰামৰ এজন কৰ্ম্মী। মোৰ কৰ্ম্ম ক্ষেত্ৰ পশ্চিম শিৱসাগৰ সমষ্টিত চাৰিঙেই নিয়োগ কৰিলে। সেই সময়ত আন্দোলনৰ কাৰ্য্যসূচী সজীৱ কৰি ৰাখিবৰ বাবে প্ৰত্যেকজন দায়িত্বপ্ৰাপ্ত কৰ্মীৰ পাচত একোজন উত্তৰাধিকাৰী আগতে মনোনীত কৰি ৰাখিছিল, যাতে কৰ্মীজনক জেললৈ নিলেই পাচৰ দায়িত্ব প্ৰাপ্ত জনে কালৈকো অপেক্ষা নকৰি দায়িত্বৰে কামচলাব পাৰে। তেনে এজন ব্যক্তি বিচাৰে শ্ৰীবিমলা নাথৰ ঠাইত ময়ো আছিলো আৰু শ্ৰীনাথক জেললৈ নিয়াত মই সেই দায়িত্ব বহন কৰো! সেই সময়ত দেশত দ্বিতীয়

মহাসমৰো চলি আছিল আৰু শেহতীয়াকৈ অসম দ্বিতীয় মহাসমৰৰ ক্ষেত্ৰ হৈ পৰিছিল। গতিকে যুদ্ধৰ বিভিন্ন ধ্বংসাত্মক কাৰ্য্যৰ পৰা ৰাইজৰ আত্মৰক্ষা হ'ব পৰাকৈ কিছুমান প্ৰশিক্ষণৰ ব্যৱস্থাৰে প্ৰস্তুতি চলাই থকা হৈছিল। সম্ভাব্য বিভিন্ন বিপদৰ পৰা মহিলা সমাজক ৰক্ষা কৰা হেতু কিছু আত্মৰক্ষাৰ প্ৰশিক্ষণো চলিছিল। প্ৰায় ৯০ গৰাকী চাৰিঙৰ মহিলা স্বেচ্ছা সেৱিকাক এনে প্ৰশিক্ষণ দিয়াৰ ভাৰো মোৰ ওপৰত পৰিছিল। এই মহিলা প্ৰশিক্ষণৰ বাবেই অমল বাইদেৱে আহি যোগদান কৰা সভাত মোৰো যোগদানৰ সৌভাগ্য ঘটিছিল। অমল বাইদেউৰ বক্তৃতাই মোকো যথেষ্ট অনু-প্ৰাণিত কৰিছিল। ঘাইকৈ গান্ধীজীৰ বিভিন্ন কৰ্ম ৰাজিৰ বিৱৰনেৰে মহিলা সমাজক উদ্বুদ্ধ কৰিবলৈ দিয়া বক্তৃতা সঁচাই হৃদয়গ্ৰাহী হৈছিল। বাইদেউৰ সহজ-সৰল ভাষাৰে দিয়া বক্তৃতা সঁচাই সোণত সুৱগা চৰোৱাৰ দৰে হৈছিল। চাৰিঙৰ মহিলা সমাজত যথেষ্ট প্ৰভাৱ পৰিল। প্ৰত্যেকৰ মুখত বাইদেউৰ গুণ কীৰ্ত্তন। এই বক্তৃতাই বাইদেউৰ প্ৰতি মোৰো আকৰ্ষণ বঢ়ালে। মই বহু বিষয়ৰ সমাধান পালো, যি আজিও মোৰ জীৱনত পথ প্ৰদৰ্শক হৈ ৰ'ল। বাইদেউৰ বক্তৃতাই মোক গান্ধীজীৰ প্ৰতি আকৰ্ষণ কৰাত শক্তি যোগালে, যি শক্তি লৈ আজিও মই গৌৰৱান্বিত, এই বক্তৃতাৰ আকৰ্ষণেই মোক অমল বাইদেউৰ সান্নিধ্যলৈ অহাৰ সুযোগ আনিলে।

তাৰ পাচত স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱৰ নেতৃত্বত ৰামপুৰত অসমৰ গঠনমূলক কৰ্মী সন্মিলনী বহিল। সেই সন্মিলনীত যোগদান দিয়াৰ মোৰ সৌভাগ্য মিলিছিল। অমল বাইদেউৰ দেউতাক, সেই সময়ৰ অসম কংগ্ৰেছৰ প্ৰাণ স্বৰূপ স্বৰ্গীয় ডাঃ হৰিকৃষ্ণ দাসদেৱ আৰু জীয়েক অমল বাইদেৱে সেই ৰামপুৰ কৰ্মী সন্মিলনীত যোগদান কৰে। অমল বাইদেউৰ নেতৃত্বত ৰামপুৰতে অসমৰ প্ৰথম গঠন মূলক কৰ্মী সন্মি-

